# শনি চৰিত্ৰ

( শ্ৰীবৎস [illegible] )

মূল কাশীদাসী মহাভাৰতৰ আধাৰত

বিবিধ পদ্য-ছন্দত

অসমীয়াত

শ্ৰীডিম্বেশ্বৰ নাথ নাথ বি, এৰ দ্বাৰা

ৰচিত

প্ৰাপ্তিস্থান :— মাধৱ ষ্টোৰ্চ, ৰহা।

পোঃ ৰহা।

নগাওঁ, (আসাম)

প্ৰকাশক :— গ্ৰন্থকাৰ

বেচ ধনে ৮০ অনা মাত্ৰ।

# পাতনি।

সমগ্র ভূ-মণ্ডল আৰু ভূ-মণ্ডলৰ অধিবাসী সকলো প্রকৃতিৰ জীৱৰ ওপৰত নভোমণ্ডলত ঘূর্ণায়মান গ্রহাদিয়ে যুগ যুগৰ ধৰি যি অলৌকিক প্রভাৱ বিস্তাৰ কৰি আছে আৰু থাকিব, সেই বিষয়ে প্রাচীন আর্য্যমহর্ষিসকলৰ কঠোৰ সাধনালব্ধ প্রত্যক্ষসিদ্ধ জ্যোতিষ শাস্ত্রই চূড়ান্ত আৰু অভ্রান্ত প্রমান দিয়ে। সমগ্র মানৱজাতিৰ ওপৰত নৱগ্রহ মণ্ডলীৰ যি প্রভাৱ তালৈ চাই গ্রহসমূহৰ প্রসন্নতা আৰু প্রতিকূলতাৰ বিধান সেই ত্রিকালবেত্তা মহর্ষি সকলেই কৰি থৈ গেছে।

অসীম প্রভাৱশালী মহাগ্রহ শনিৰ অলৌকিক ক্ষমতা সম্বন্ধে পুৰাণ, মহাভাৰত আদি প্রাচীন হিন্দুশাস্ত্রত একাধিক কাহিণী পোৱা যায়। তাৰ ভিতৰত ভাৰতৰ পঞ্চমবেদ স্বৰূপ হিন্দুজাতিৰ অন্যতম মহাকাব্য আৰু ধর্ম্ম-গ্রন্থ মহাভাৰতৰ বন পৰ্ব্বৰ শ্রীবৎস উপাখ্যানো এটি। এই উপাখ্যানটি ভক্তিভাৱে পাঠ বা শ্রৱণ কৰিলে শনি গ্রহৰ কু-দৃষ্টিজনিত দুখ-দুর্গতিৰ হাতসাৰি সংসাৰত সুখে-সম্পদে থাকিব পৰা যায় বুলি শাস্ত্র বিশ্বাসী প্রত্যেক হিন্দুৰেই অটল বিশ্বাস। গতিকে সর্ব্বসাধাৰণ ৰাইজৰ সুবিধাৰ কাৰণে মূল কাশীদাসী মহাভাৰতৰ সহায় লৈ, বিবিধ পদ্য-ছন্দত এই পৱিত্র শ্রীবৎস উপাখ্যানটি 'শনি-চৰিত' নাম দি পুথিৰ আকাৰে অসমীয়া ভাষাত ৰচনা কৰা হল। এই পুথিখনি ৰাইজৰ যৎকিঞ্চিত কামত আহি সহানুভূতিৰ সৃষ্টি কাৰ লিখকক উৎসাহ কৰিলে নিজৰ পৰিশ্রম সফল হোৱা বুলি লিখকে ভাবিব। ইতি—৪ শাওন, ১৮৫৮

বিনীত—

ৰচক।

ওঁ

# শনি চৰিত

## পদ

অচিন্ত্য শকতি নিত্য-সিদ্ধ নিৰঞ্জন ।
পঙ্কজ শোভিত যাৰ যুগল চৰণ ॥
ত্ৰিকালজ্ঞ যোগবেত্তা সৰ্ব্বজ্ঞান ময় ।
যাহাৰ প্ৰসাদে হয় সৃষ্টি-স্থিতি-লয় ॥
গুণভেদে তিনিমূৰ্ত্তি কৰিয়া ধাৰণ ।
সৃজন পালন আৰু কৰে সংহাৰণ ॥
বেদান্তৰো অগোচৰ যাহাৰ মহিমা ।
ব্ৰহ্মা আদি দেৱে যাৰ নপায়ন্ত সীমা ॥
ভকত-বৎসল যিটো শশাঙ্ক শেখৰ ।
আশুতোষ দিগম্বৰ দেব দেব হৰ ॥
আত্মাৰূপে হৃদয়ত থাকিয়া সবাৰ ।
চৰাচৰ ব্যাপ্ত যিটো প্ৰখ্যাত ওঁকাৰ ॥
তাহাৰ চৰণ-ধূলা মাথাত ধৰিয়া ।
প্ৰণামোঁ ভকতিভৰে গলে বস্ত্ৰ দিয়া ॥
ত্ৰিলোক জননী দুৰ্গা ব্ৰহ্ম-সনাতনী ।
মঙ্গল কাৰিণী ভক্তি-মুক্তি-প্ৰদায়িনী ॥

আদ্যাশক্তি ভগৱতী দেবী বিশ্বেশ্বৰী।
প্ৰণামোঁ তাহান পদে দান্তে তৃণ ধৰি॥
বিঘ্ন বিনাশক সৰ্ব্বসিদ্ধিৰ কাৰণ।
গণনাথ লম্বোদৰ পাৰ্ব্বতী নন্দন॥
দেৱগণ মাজে অগ্রে যাহাৰ পূজন।
প্ৰণামোঁ তাহাৰ দুটি ৰাতুল চৰণ॥
বীণাপানি সৰস্বতী বিষ্ণু মনোলোভা।
ৰজত ধৱল যাৰ শৰীৰৰ প্ৰভা॥
বাগ্‌দেবী হংসযানী ত্ৰিলোক ঈশ্বৰী।
প্ৰণামোঁ তাহান দুটি চৰণত ধৰি॥
গুৰুৰ চৰণে কৰি একান্ত ভকতি।
সাধুজন চৰণত ৰাখি নিজ মতি॥
পদ্যছন্দে বিৰচিবোঁ শনিৰ চৰিত।
শুনিয়োক নৰলোক স্থিৰ কৰি চিত্ত॥
ৰবিসুত মহাগ্ৰহ ছাঁয়াৰ নন্দন।
যাহাৰ প্ৰসাদে হয় দুৰ্গতি খণ্ডন॥
পবিত্ৰ পঞ্চম বেদ শ্ৰীমহাভাৰত।
লক্ষশ্লোকে বিৰচিত ধৰাধামে খ্যাত॥
ধৰ্ম্ম আত্মা মহাঋষি বেদব্যাস কৃত।
জ্ঞানৰ সাগৰ ভাগ গুঠৰ পৰ্ব্বত॥
বনপৰ্ব্বে আছে তৈতে শ্ৰীবৎস কাহিনী।
কৃষ্ণমুখে শুনে যুধিষ্ঠিৰ মহামানী॥

শ্ৰীকৃষ্ণ বদতি শুনা ৰাজা যুধিষ্ঠিৰ ।
সংসাৰত শ্ৰেষ্ঠ সত্য জানিবা সুধীৰ ॥
সত্যৰ পালন হেতু সৃজন জনমে ।
সত্যবিনে সাৰ বস্তু নাহি ধৰাধামে ॥
কিন্তু এক কথা ৰাজা শুনা নিষ্ঠ কৰি ।
দৈবৰ নিৰ্ব্বন্ধ কভু খণ্ডাইতে নপাৰি ॥
জনম মৰণ সুখ আপদ দুস্তৰ ।
দৈবৰ নিৰ্দ্দেশ মাথোঁ জানা নৰবৰ ॥
পূৰ্ব্বজন্ম কৰ্ম্মফল দৈব নামে খ্যাত ।
সেহি কৰ্ম্মফল জীৱ ভুঞ্জয় সতত ॥
বনবাস দুখ তযু নিৰ্ব্বন্ধ দৈবৰ ।
নিজ কৰ্ম্মফল ভুঞ্জি আছা নৰবৰ ॥
বিশ্বৰ নিয়ন্তা যিটো পৰম ঈশ্বৰ ।
গ্ৰহগণ প্ৰতিনিধি জানিবা তাহাৰ ॥
জীৱৰ শাসন হেতু সৃজন সবাৰ ।
গ্ৰহকুষ্ট ভৈলে জানা নাহিকে নিস্তাৰ ॥
গ্ৰহদোষে দুখ পায় যত সাধুজন ।
অৰ্থনাশ, মনস্তাপ ঘটে অনুক্ষণ ॥
পৃথিবীত আছিলেক শ্ৰীবৎস নৃপতি ।
লক্ষ্মী স্বৰূপিনী তাৰ ভাৰ্যা চিন্তাসতী ॥
গ্ৰহদোষে ভুঞ্জিলেক অশেষ দুৰ্গতি ।
ইহাক জানিয়া দুখ এৰা নৰপতি ॥

যুধিষ্ঠিৰ নিগদন্তি প্ৰভো নাৰায়ণ ।
কিহেতু ভুগিল দুখ শ্ৰীবৎস ৰাজন ॥
তাৰ ভাৰ্য্যা চিন্তাসতী কাহাৰ নন্দিনী
ভুঞ্জিল কতেক দুখ কহ যদুমনি ॥
হেন শুনি বুলিলন্ত দেব জগন্নাথ ।
শ্ৰীবৎস আখ্যান ৰাজা ভুবন বিখ্যাত ॥
শ্ৰীবৎস-চিন্তাৰ কথা কহে যদুমনি ।
বনপৰ্ব্বে প্ৰকাশিলা ব্যাস মহামুনি ॥
শ্ৰীমহাভাৰতে আছে সুধা-সৰোবৰ ।
পদ্য ছন্দে বিৰছিলোঁ দীন হীন নৰ ॥

---

## শ্ৰীবৎস ৰজাৰ বিবৰণ আৰু ৰাজসভালৈ লক্ষ্মী আৰু শনিৰ আগমন ।

### পদ

শ্ৰীকৃষ্ণ বদতি শুনা ধৰ্ম্ম নৰবৰ ।
অমৃত সদৃশ কথা শ্ৰীবৎস ৰাজৰ ॥
চিত্ৰৰথ নামে এক আছিল ভূপতি ।
শ্ৰীবৎস তাহাৰ নাম জানিও সুমতি ॥
আৰোহন কৰি পাছে পিতৃ সিংহাসনে ।
পালিলা সকলো প্ৰজা অনেক যতনে ॥

একছত্ৰী নৰপতি হৈয়া পৃথিবীৰ ।
শাসিল ধৰণী সেই শ্ৰীবৎস সুধীৰ ॥
ৰূপত কন্দৰ্প সম শ্ৰীবৎস নৃপতি ।
কুবেৰ সদৃশ তাৰ ঐশ্বৰ্য্য বিভূতি ॥
দেৱগুৰু বৃহস্পতি সম বুদ্ধিমান ।
পদত বাসৱতুল্য বিক্ৰমে শমন ॥
চন্দ্ৰ সম সুশীতল সূৰ্য্য সম তেজা ।
ৰঘুমনি ৰাম যেন পালে যত প্ৰজা ॥
শত শত যজ্ঞ ৰাজা কৰে অনুষ্ঠান ।
ধাৰ্ম্মিক নাছিল কেহ তাহাৰ সমান ।
তাহাৰ সুযোগ্যা ভাৰ্য্যা চিন্তা মহাসতী ।
পতিব্ৰতা চিত্ৰসেন ৰাজাৰ সন্ততি ॥
যেনে ৰাজা তেনে ৰাণী পতিব্ৰতা অতি ।
আচৰে সকলো ব্ৰত হৈয়া শুদ্ধমতি ॥
মুক্তহস্তে দান ৰাণী কৰে নিৰন্তৰ ।
ৰাণীৰ প্ৰসাদে দুখ গৈলা দৰিদ্ৰৰ ॥
এহিমতে বহি গৈল অনেক বছৰ ।
দৈবৰ অদ্ভুত লীলা দেখা নৰবৰ ॥
সিন্ধুৰ তনয়া লক্ষ্মী ছাঁয়া সুত শনি ।
উভয়ে কৰয় দন্দ শুনা নৃপমনি ॥
লক্ষ্মী বোলে আমি শ্ৰেষ্ঠ সংসাৰ ভিতৰে ।
শনি বোলে আন পূজ্য নাহি মোত পৰে ॥

ইমতে বচন-যুদ্ধ দুয়োৰে বাজিল ।
মীমাংসাৰ হেতু দুয়ো পৃথিবী আসিল ॥
লক্ষ্মী বোলে নৃপশ্রেষ্ঠ শ্রীবৎস ৰাজন ।
কৰোক বিচাৰ সেই ন্যায় পৰায়ণ ॥
তাৰ বাক্যে স্থিৰ হৈবে কোনজন বৰ ।
স্বৰূপ সিদ্ধান্ত ইটো জানা শনৈশ্চৰ ॥
এহি বুলি তৈৰ হস্তে আসি দুয়োজন ।
শ্রীবৎস ৰাজাৰ দ্বাৰে দিল দৰশন ॥
স্নান হেতু যায় ৰাজা ইহেন সময় ।
দ্বাৰে উপনীত লক্ষ্মী শনি মহাশয় ॥
সভয় অন্তৰে ৰাজা দুইহাস্কো দেখিয়া ।
প্রণামিলা ভক্তিভাৱে দণ্ডৱত হইয়া ॥
বুলিবে লাগিলা ৰাজা গদগদ বাক ।
কিবাহেতু আসি আছা কহিও আমাক ॥
কিনো মহাভাগ্য আজি মিলিল আমাৰ ।
কোন প্রয়োজন সাধোঁ তোমা দোহাকাৰ ॥
হেন শুনি ধীৰে ধীৰে কহে শনৈশ্চৰ ।
প্রয়োজন আছে ৰাজা তোমাৰ গোচৰ ॥
বিচাৰ কৰিয়া কহ শ্রীবৎস ৰাজন ।
আমি দুজনৰ শ্রেষ্ঠতৰ কোনজন ॥
শ্রীবৎস ৰাজন মহা সঙ্কটে পৰিলা ।
মনে মনে নৰপতি প্রমাদ গণিলা ॥

সেই শব্দতে বুজায় সকলো
ভৱিষ্যত দিয়ে ভাঙি
সিইতৰ কথা নুবুজোঁ নুবুজোঁ
মইয়ে কুকুৰী-কাণী ।

তোৰে কথাতেই ভুলি থাকো মই
তোৰে মনি ৰূপ চাই ;
বিশ্ব-ৰচোতাৰ বিপুল বিভূতি
সকলো পাহৰোঁ মই ।

আদৰ মালতী নিচেই কুমলী
মোৰে ভৰি লাগি তাই,
লেডিসেউ হই জাপ খাই ৰয়
পাপিনী পৰশ পাই ।

সি বোৰ ভাবনা নেভাবোঁ সমূলি
চঞ্চলা উতলা মই,
সিহেতু এতিয়া পালোঁ প্ৰতিফল
নিজ হাতে হাতে হায় ।

তুই বহি বহি কতনো কৈছিলি
আজিও মনত পৰে
আকাশী ভাবনা গুণি গুণি তোৰ
হিয়া মোৰ নিতে জ্বলে ।

তইয়ে কৈছিলি বহোঁতে বহোঁতে
শিলোঁ যদি লোপ পায়,
তোৰে বুকুতেই লইয়ে সাদৰে,
দিবি মৰমৰ ঠাই।

তইয়ে কৈছিলি তালোঁতে যদিহে
চুমা খাবলই মোক,
শাপ দিয়ে আছি কোনো নৰকীয়ে
শিলা হৈ চাবি মোক।

ৰবি চিৰকাল সেই ভাবতেই
ৰবি তই থৰ লাগি
মোৰ ৰূপ চাই অনন্ত কালত
নিতে মত্তলীয়া হবি।

তইয়ে কৈছিলি দুয়োৰো ৰঙত
জুৰিটি হিংসাত পুৰি
শুকাই গলেও নেভাগে আমাৰ
আনন্দ-মোহন-পুৰী।

পীৰিতি আমাৰ ৰব চিৰকাল
ৰব সাঁত বিশ্ব জুৰি,
উলাহ-মালহে নাচিম, দুইয়ো
প্ৰেম সাগৰত পৰি।

বসি আছে নৰপতি নিজ সিংহাসনে ।
হেনকালে সভা মাজে পশে দুয়োজনে ॥
চমকি গৈলন্ত সভা দিব্য জ্যোতি পাই ।
উঠিলা আসন হন্তে পাছে নৰৰায় ॥
প্ৰণাম কৰিলা দুইকো কৃতাঞ্জলি কৰি ।
কৰিলা অনেক স্তুতি দণ্ডৱতে পৰি ॥
ৰাজাৰ স্তুতিত তুষ্ট হৈয়া দুয়োজন ।
কৰিলন্ত অনন্তৰে আসন গ্ৰহণ ॥
দক্ষিণ ভাগত স্বৰ্ণ সিংহাসনোপৰি ।
হৃষ্টচিত্তে বসিলন্ত জলধি কুমাৰী ॥
বাম ভাগে দিব্য ৰৌপ্য সিংহাসন লৈয়া ।
বসিলা ভাস্কৰ সুত তুষ্ট মনে গৈয়া ॥
মধ্যভাগে সুশোভিত শ্ৰীবৎস ৰাজন ।
সুহৃদ আলাপ নানা কৰে তিনজন ॥
হেনকালে লক্ষ্মী আৰু শনি মহাশয় ।
ৰাজাক সম্বোধি কথা ধীৰে ধীৰে কয় ॥
বিচাৰ সিদ্ধান্ত আৰে দিয়া নৰবৰ ।
কোনজন শ্ৰেষ্ঠতৰ আমি দুজনৰ ॥
হেন শুনি হাসি পাছে বোলে নৰবৰ ।
স্বৰূপ শুনিও দুয়ো আমাৰ উত্তৰ ॥
দক্ষিণ ভাগত স্থান প্ৰধান জনৰ ।
বাম ভাগে অপ্ৰধান বোলে নিৰন্তৰ ॥

ৰাজাৰ এতেক বাক্য শুনি শনৈশ্চৰ ।
চিত্ত নোহে স্থিৰ কোপে কম্পে কলেৱৰ ॥
নিমৰিষ মনে পাছে সভা পৰিহৰি ।
তথা হৈতে তেতিক্ষণে গৈলন্ত আতৰি ॥
সন্তুষ্টা হুইয়া লক্ষ্মী শ্ৰীবৎসৰ প্ৰতি ।
কহিলা মধুৰ বাক্যে শুনা নৰপতি ॥
দীৰ্ঘজীৱি হোৱা ৰাজা মোহোৰ বৰত ।
থাকিবো অচলা হৈয়া তোমাৰ গৃহত ॥
সুখে-দুখে কোনো কালে নছাড়ি তোমাক ।
ছাঁয়াৰ সদৃশ ৰৈবোঁ এহি মোৰ বাক ॥
এহিমতে নানাবিধ আশীৰ্ব্বাদ কৰি ।
বৈকুণ্ঠে চলিয়া গৈলা সিন্ধুৰ কুমাৰী ॥
আত অনন্তৰে কথা শুনা নৰপতি ।
শ্ৰীবৎস ৰাজাৰ ভৈলা যেহুৱা দুৰ্গতি ॥
মহাগ্ৰহ শনৈশ্চৰ খ্যাত চৰাচৰ ।
বিষম তাহাৰ কোপ শ্ৰীবৎস ওপৰ ॥
ছিদ্ৰ চাই ফুৰে শনি ক্ৰোধিত অন্তৰ ।
হেন কালে ঘটে যেন শুনা নৰবৰ ॥
একদিনা স্নান কৰি শ্ৰীবৎস নৃপতি ।
বসিলন্ত সিংহাসনে হৈয়া হৃষ্ট মতি ॥
হেনকালে কৃষ্ণবৰ্ণ কুকুৰ আসিলা ।
ৰাজাৰ স্নানৰ জল খাইয়া শুচি গৈলা ॥

সেহি ছিদ্ৰ পাইয়া শনি প্ৰবেশ কৰিল।
শ্ৰীবৎস ৰাজ্যত মহা অমঙ্গল ভৈল॥
শনিৰ প্ৰভাৱে ৰাজ্য ভৈল ছাৰখাৰ।
অনাবৃষ্টি দুৰ্ভিক্ষ দৈনতা হাহাকাৰ॥
ৰাজ্য জুৰি সৰ্ব্বস্থানে অমঙ্গল ভৈলা।
প্ৰজাৰ কান্দোন ৰোলে গগণ ভেদিলা॥
মন্দিৰৰ চূড়া ভাঙি পৰে অকস্মাত।
স্থানে স্থানে অকস্মাত হয উল্কাপাত॥
অগ্নিদাহ ৰক্তবৃষ্টি ঘটে অমঙ্গল।
ধূমকেতু উজ্জ্বলায় গগণ মণ্ডল॥
গজ অশ্ব মহিষাদি মৰে নানা ভাৱে।
কাউৰী শিয়ালে ডাকে বিকট আৱাৱে॥
বিপদে কাতৰ হইয়া যত প্ৰজাগণ।
ৰাজাৰ সমীপে আসি কৰয় ৰোদন॥
বিষম শঙ্কটে পৰি শ্ৰীবৎস ৰাজন।
ভয়ে দুখে ভৈলা ৰাজা অতি ম্ৰিয়মান॥
তাৰ ভাৰ্য্যা চিন্তা সতী মহা গুণৱতী।
কান্দিবে লাগিলা ৰাণী শোক কৰি অতি॥
দেখিয়া বুলিলা ৰাজা শান্ত্বনা বচন।
মোৰ বাক্যে প্ৰাণপ্ৰিয়া স্থিৰ কৰা মন॥
সম্পদৰ অনুগামী বিপদ নিশ্চয়।
জন্ম হৈলে অৱশ্যেই মৰিবে লাগয়॥

আত শোক কৰা প্ৰিয়ে সবে অকাৰণ।
কৰ্ম্মফল কোনো ৰূপে নহয় খণ্ডন ॥
ৰাজাৰ প্ৰবোধে ৰাণী ভৈলা স্থিৰ ভাৱ।
দেখিয়োক নৰলোক দৈব্যৰ প্ৰভাৱ ॥
অখিল পৃথিবী-পতি শ্ৰীবৎস ৰাজন।
দৈবদোষে হয় তাৰ এনে অঘটন ॥
হেন জানি এৰা শোক এহেন কাৰণে।
অৰ্পণ কৰিও মন কৃষ্ণৰ চৰণে ॥
বেদবেত্তা মহামুনি ব্যাস বিৰচিত।
যুধিষ্ঠিৰ আগে যেন শ্ৰীকৃষ্ণ কথিত ॥
শুনিয়া অমৃতময় শ্ৰীবৎস আখ্যান।
শিৱপদ স্মৰি শুদ্ধ কৰা মন প্ৰাণ ॥

— —

## শ্ৰীবৎস আৰু চিন্তাৰ বনলৈ গমন।

### ছবি

শ্ৰীকৃষ্ণ বদতি ৰাজা শুনা আত অনন্তৰে
যিবা ভৈলা শ্ৰীবৎস ৰাজৰ।
শনি কোপানলে পৰি সুখ শান্তি হেৰুৱাই
যি কৰিলা পাছে নৰবৰ ॥

তিনি পক্ষ বহি গৈল ছাৰখাৰ ভৈল ৰাজ্য
নাপাই উপাই গুণি গাণ্ঠি
ভাৰ্য্যাক সম্বোধি পাছে কহিবে লাগিলা ৰাজা
শুনা প্ৰিয়ে চিন্তা মহা শান্তি ॥
দৈবৰ বিপাকে পৰি এনুৱা অৱস্থা ভৈল
শনি দুখ দিবেক বিস্তৰ ।
বিপদ কাণ্ডাৰী হৰি তাহাৰ চৰণ চিন্তি
ইহাৰ উপাই এক ধৰ ॥
হীৰা মণি মুক্তা আদি মাণিক্য কাঞ্চন কিছু
ভাল মতে কৰহ সঞ্চয় ।
বিচিত্ৰ বসনে বান্ধি অন্য বস্ত্ৰে আচ্ছাদিয়া
ৰাখা এহি বিপদ সময় ॥
স্বামীবাক্য শিৰে ধৰি পাছে চিন্তা মহাৰাণী
কাথাৰ ভিতৰে সুগোপনে ।
বহুমূল্য ধন আউৰ বিচিত্ৰ বসন আদি
সঞ্চয় কৰিলা সাৱধানে ॥
অনন্তৰে নৰপতি ভাৰ্য্যাত কহিলা মতি
শুনা প্ৰিয়ে বচন আমাৰ ।
ৰাজ্যধন নষ্ট ভৈল শনিৰ কোপত পৰি
ভৈল এহি জীৱন অসাৰ ॥
পিতৃ-গৃহে গৈয়া তুমি ৰাখা নিজ জীৱনক
যৈতে তৈতে থাকিবোহো মই

শনি দোষ নষ্ট ভৈলে পুনৰাষ্ট্ৰ পাইবো ল'
যদি দৈব নিৰ্ব্বন্ধ আছয় ॥
স্বামীৰ এমুৱা বাক্য শুনি চিন্তা মহাসতে
কহিবে লাগিলা ধীৰ কৰি ।
ইহেন নিৰ্দ্দয় কথা কি মতে কহিলা না'
কিমতে থাকিবো প্ৰাণ ধৰি ॥
পিতৃ গৃহে যাইবাৰ নোহে যে সময় ইটে
বিপদ সাগৰ ঘাৰ আগে ।
অৰ্দ্ধাঙ্গিনী ৰূপে আমি সুখ দুখ নিৰন্তৰে
থাকিবে তোমাৰ সঙ্গে লাগে ॥
ভাৰ্য্যা বাক্য মনে গুণি শ্ৰীবৎস নৃপতি পাছে
মনে চিন্তি কৰিলন্ত স্থিৰ ।
বনক চলিয়া যাইব নিজ ভাৰ্য্যা সঙ্গে কৰি
এৰাইবাক প্ৰভাৱ শনিৰ ॥
মধ্যৰাত্ৰি যেবে ভৈল জগত নিদ্ৰাৰ কোলে
উঠি ৰাজা সেহি শুভক্ষণে ।
সঙ্গে কৰি চিন্তাসতী নিঃশব্দে চলিয়া গৈলা
প্ৰবেশ কৰিবে ঘোৰ বনে ॥
হেনকালে লক্ষ্মী মাৰ সাদৰে বুলিলা আসি
শুনা ৰাজা আমাৰ বচন ।
তুমি যৈতে থাকা গৈয় আমিও থাকিব তৈতে
নেৰিবো তোমাক কদাচন ॥

জানিবা নিশ্চিত ৰাজা দুখ কাল অন্ত হলে
নিজ ৰাজ্য পাইবা পুনুবাৰ ।
বিদায় মাগিলোঁ। আমি বনে চলিওক ৰাজা
শেষে শুভ হৈবেক তোমাৰ ।
এহি বুলি লক্ষ্মী মাৱ অন্তৰ্দ্ধান ভৈলা যেবে
চলে নৃপ চিন্তা সতী লৈয়া ।
ধন-ৰত্ন সমন্বিত ৰাথাক মূৰত লৈয়া
ঘোৰ বনে প্ৰবেশিলা গৈয়া ॥
দেখিয়োক নৰলোক শ্ৰীবৎস ৰাজাৰ দশা
দৈৱে কাৰে সকলো সম্ভৱ ।
হেনজানি সংসাৰৰ সম্পদত নমজিয়া
মুখে কৰা কৃষ্ণ কৃষ্ণ ৰৱ ॥
শ্ৰীমহাভাৰত সিন্ধু তাহাৰ অমৃত ৰূপ
শ্ৰীবৎস ৰাজাৰ হাটো কথা ।
পদছন্দে বিৰাছিলোঁ আমি অভাজন নৰ
শিৱপদে নমিয়া সৰ্ব্বথা ॥

---

## শ্ৰীবৎসৰ প্ৰতি শনিৰ ছলনা।

### পদ

শ্ৰীকৃষ্ণ বদতি শুনা পাণ্ডুৰ নন্দন।
ভাৰ্য্যা সঙ্গে শ্ৰীবৎস নৃপতি গৈলা বন॥
দিনেৰাতি শত শত দাস দাসী গণ।
পৰিচৰ্য্যা কৰে যিটো কোমল চৰণ॥
বনমাজে কণ্টকে বিন্ধিলে হেন পাৱ।
যন্ত্ৰণাতে ভৈলা ৰাণী বিহ্বল স্বভাৱ॥
এহিমতে ৰাজা ৰাণী হৈয়া অগ্ৰসৰ।
সন্মুখে দেখিলা এক নদী ভয়ঙ্কৰ॥
কেনমতে হৈবে পাৰ চিন্তে দুয়োজন।
দুখৰ ওপৰি দুখ দৈবৰ লিখন॥
মাথে হাত দিয়া দুয়ো কৰেণ ক্ৰন্দন।
হেনকালে দেখিল কান্দাৰী একজন॥
জীৰ্ণ নৌকা নদী মাজে বায় ধীৰে ধীৰে
দেখিয়া নৃপতি তাক বুলিলা কাতৰে॥
শুনিও কাণ্ডাৰী দয়া কৰা একবাৰ।
দুস্তৰ নদীত দুজনক কৰা পাৰ॥
হেন শুনি কাণ্ডাৰী বুলিলা পাছে হাসি
কাৰ নাৰী হৰিয়া আনিয়া আছা আসি
বিশেষ কৰিয়া মোক দিয়া পৰিচয়।
হেন শুনি শ্ৰীবৎস নৃপতি ধীৰে কয়॥

কিবা দিবো পৰিচয় মুখে নাসে কথা ।
দৈবৰ কাৰণে ভৈল এমুৱা অৱস্থা ॥
শ্ৰীবৎস নৃপতি আমি এই চিন্তা বাণী ।
দৈব বশে বনে আমি আছোঁ দুটি প্ৰাণী ॥
শুনিয়া কাণ্ডাৰী বোলে শুনা মহামতি ।
তাল বেতাল সিদ্ধ যে আছিলা নৃপতি ॥
মন্ত্ৰীসব, ভাই বন্ধু অনুচৰ গণ ।
বিপদ সময়ে কৈক গেল হে ৰাজন ॥
হেন শুনি বুলিলন্ত শ্ৰীবৎস নৃপতি ।
অসাৰ সংসাৰ এই জানিও সুমতি ॥
পিতা মাতা ভাই বন্ধু মায়াৰ সৃজন ।
পুত্ৰ পৰিবাৰ আদি মায়াৰ বন্ধন ॥
নিজ নিজ কৰ্ম্মফল ভুঞ্জে জীৱগণ ।
জানিয়া ধৰ্ম্মত মতি ৰাখে সুধীজন ॥
অনিত্য সংসাৰ ইটো অসাৰ বাসনা ।
স্বপ্নপ্ৰায় অলীক সংসাৰ ইটো জানা ॥
হাসিয়া কাণ্ডাৰী বোলে শুনা নৰপতি ।
দেখা মোৰ ভগ্ন নৌকা জীৰ্ণ শীৰ্ণ অতি ॥
যেনে তেনে দুইজন হৈবে পাৰা পাৰ ।
তিনিজন ভৈলে ভয় আছে ডুবিবাৰ ॥
বিচাৰ কৰিয়া চোৱা নৃপ নিজ মনে ।
পত্নী লৈয়া আগে পাৰ হোৱা সাৱধানে ॥

ভাত পাছে কাথা পাৰ কৰি দিব আমি।
নির্ভয়ে চলিয়া যাইবে পাৰিবাহা তুমি ॥
হেন শুনি ৰাজা পাছে মনে গুণি চাইলা।
কাথা আগে কৰোঁ পাৰ সিদ্ধান্ত কৰিলা ॥
দুইজনে কাথাখানি ধৰাধৰি কৰি।
যতনে তুলিয়া দিলা নৌকাৰ ওপৰি ॥
কাণ্ডাৰী গৈলন্ত চলি ভগ্ন নৌকা বাই।
অকস্মাতে সেই নদী গৈলন্ত শুকাই ॥
বুজিবে পাৰিলা পাছে শ্ৰীবৎস ৰাজন।
ছলনা কৰিলা আসি সূর্য্যৰ নন্দন ॥
হাঁয় হাঁয় কৰে ৰাজা ধন গৈল বুলি।
শনিৰ কৌশল ৰাজা বুজিলা সমূলি ॥
মায়া নদী সৃষ্টি কৰি কাণ্ডাৰী হইয়া
আসিয়া সকলো ধন নিলেক হৰিয়া ॥
দুখৰ ওপৰি দুখ ভুগি দুয়োজন।
প্ৰবেশ কৰিল গৈয়া চিত্ৰধ্বজ বন ॥
হেনকালে ৰজনী প্ৰভাত আসি ভৈলা।
পূৰ্ব্ব দিকে দিনমনি উদয় হইলা ॥
হাথিতে নপাৰি পাৰে শ্ৰান্ত হৈয়া অতি।
বিশ্ৰাম কৰিবে ৰাণী কৰিলেক মতি ॥
আছিলেক সেহি স্থানে দিব্য সৰোবৰ
নানাবিধ ফুল ফল আছিল বিস্তৰ।

অনন্তৰে সেহি সৰোবৰে স্নান কৰি ।
গোটাই আনিলা ৰাজা প্ৰচুৰ বদৰী ॥
ইষ্টদেৱ পূজা কৰি উভয়ে খাইলা ।
জলপান কৰি মহা তৃপিি লভিলা ॥
সেহি বনে আছিলন্ত হিংস্ৰ জন্তুগণ ।
সিংহ ব্যাঘ্ৰ আদি কৰি নাযায় গণন ॥
দেখিয়া হইলা ৰাজা সভয় অন্তৰ ।
হৃদয়ে স্মৰিবে লৈগা প্ৰভু গদাধৰ ॥
বিপদে পৰিছোঁ প্ৰভো ইহেন সময় ।
ৰক্ষা কৰা আসি প্ৰভো দান দয়াময় ॥
হেনকালে দৈৱবাণী শুনিলা ৰাজন ।
"ভয় নাই আমি সদা কৰিবো ৰক্ষণ" ॥
শুনিয়া ৰাজাৰ ভৈলা আনন্দিত মন ।
বন মাজে হৃষ্ট চিত্তে কৰে বিচৰণ ॥
একদিনা দেখি ৰাজা কতেক ধীবৰ ।
খুজিলেক তাসম্বাক মৎস নৰবৰ ॥
শুনিয়া ধীবৰ গণ বিষাদে বোলয় ।
মৎস নাহি পাইলো আজি শুনা মহাশয় ॥
শুনিয়া নৃপতি বোলে পাইবা এইবাৰ ।
আমাৰ বচনে জাল বোৱা পুনুবাৰ ॥
তাল বেতালেক ৰাজা স্মৰণ কৰিল ।
ধীবৰৰ জালে মাছ অনেক মিলিল ॥

সন্তুষ্ট হইয়া পাছে ধীবৰ সকল ।
এক গোট শল মাছ নৃপতিক দিল ॥
মাছ আনি ৰাণী হাতে দিয়া নৰপতি ।
কহিবে লাগিলা শুনা চিন্তা মহাসতী ॥
পুৰি দিয়া মাছ মোক কৰোহো ভক্ষণ ।
ক্ষুধাৰ্ত্ত পীড়িত মোৰ কাতৰ জীৱন ॥
ৰাণী বোলে ভাল কথা কহিলা ৰাজন ।
পোৰা মাছে শনি দোষ কৰয় খণ্ডন ॥
এহি বুলি ৰাণী পাছে অগনি জ্বালিয়া ।
সযতনে মাছ গোট পেলাইলা পুৰিয়া ॥
মনে মনে চিন্তা কৰে ৰাণী গুণৱতী ।
পোৰা মাছ কিমতে খাইবে নৰপতি ॥
ৰাজ অন্নে ব্যঞ্জনে তৃপিতি নাহি যাৰ ।
দৈৱ বশে পোৰা মাছ তাহাৰ আহাৰ ॥
ছাই গুছাইবাক মনে মাছৰ গাৱৰ ।
ধুইবাক লাগিয়া ৰাণী নিলা সৰোবৰ ॥
জল দিয়া যেবে সযতনে কৰে ধৌত ।
পলাইল হাতৰ হস্তে পোৰা মাছ গোট ॥
বিস্ময় হুইয়া ৰাণী কান্দিবে লাগিলা ।
হৰি হৰি ইটো কেনে আচৰিত ভৈলা ॥
বিশ্বাস কৰিবে নাহি কভু নৰপতি ॥
আমি খাইলোঁ মাছ বুলি হৈবে ক্ৰোদ্ধমতি ॥

বুলিবেক মাছ খাইয়া কৰ প্ৰতাৰণ ।
কোনকালে পোৰা মাছ কৰে পলায়ন ॥
মৃত্যু সে মঙ্গল মোৰ নাহিকে উপায় ।
এহি বুলি কান্দে ৰাণী ইনাই বিনাই ॥
শ্ৰীকৃষ্ণ বদতি শুনা ধৰ্ম্ম নৰমনি ।
মায়া কৰি পোৰা মাছ হৰিলেক শনি ॥
কান্দিয়া কান্দিয়া ৰাণী ৰাজাৰ গোচৰে ।
সমস্ত বৃত্তান্ত নিবেদিল নৰবৰে ॥
শুনিয়া হাসিয়া কহে শ্ৰীবৎস ৰাজন ।
শুনিলোঁ হো আচৰিত ইটো অঘটন ॥
হেন কাল শূন্যে থাক শনি মহামতি ।
কহিল আকাশ বাণী শ্ৰীবৎসৰ প্ৰতি ॥
ব্যাস বিৰচিত মহাভাৰতৰ কথা ।
শুনিলে দুৰ্গতি খণ্ডে নহয় অন্যথা ॥

---

## শ্ৰীবৎসৰ প্ৰতি শনিৰ আকাশ বাণী

শুনৰে অধম শ্ৰীবৎস ৰাজ ।
কপট প্ৰবন্ধে দিলিহি লাজ ॥
খুজিয়া তোহোক ন্যায় বিচাৰ ।
পাইলোঁ অপমান দুঃসহ ভাৰ ॥

আমি হৈলোঁ সকু লক্ষ্মী সে বৰ ।
কৈত তোৰ লক্ষ্মী এবে বৰ্ব্বৰ ॥
প্ৰথমে কৰি আছোঁ ৰাজ্য নাশ ।
দিছোঁহো দুৰ্ঘোৰ অৰণ্য বাস ॥
স্ত্ৰীভেদ কৰিবো শেষে সম্প্ৰতি ।
জানিবি নিশ্চয় অৰে কপটি ॥
সৰ্ব্বঘটে থাকি বিচৰোঁ আমি ।
ত্ৰিভুবনে পূজ্য জগত স্বামী ॥
ত্ৰেতাযুগে জাত বৈকুণ্ঠ পতি ।
দশৰথ সুত ৰাম সুমতি ॥
মোহোৰ কোপে গৈলা ঘোৰ বন ।
সঙ্গে ভাৰ্য্যা সীতা ভ্ৰাতৃ লক্ষ্মণ ॥
লক্ষ্মী স্বৰূপিনী জানকী সতী ।
ভুঞ্জিল অশেষ যাতনা অতি ॥
অৰণ্যে হৰি নিলা দশাননে ।
বাস হৈলা শেষে অশোক বনে ॥
দক্ষৰ অপূৰ্ব্ব বৃত্তান্ত শুন ।
যজ্ঞনাশ ছাগমুণ্ড ধাৰণ ॥
শিৱ জায়া সতী তেজিয়া কায়া ।
জন্মিলা হিমালয় গৃহে গৈয়া ॥
শনিৰ প্ৰভাৱ এহি সকল ।
দেখিও দুৰ্ম্মতি মোহোৰ বল ॥

হেলা কৰি মোক ভাবিয়া হীন ।
স্বৰ্গচ্যুত ইন্দ্ৰ অনেক দিন ॥
মোহোৰ সঙ্গে কৰি দুৰ্ব্বিবাদ ।
শ্ৰীহৰি সাধিলা নিজ প্ৰমাদ ॥
বৈকুণ্ঠ এৰি দেব নাৰায়ণ ।
কৰিলন্ত কীট ৰূপ ধাৰণ ॥
দৈত্যপতি বলি কোপে মোহোৰ ।
বান্ধ লৈয়া গৈলা পাতালপুৰ ॥
ভুবন পূজ্য আমি শনৈশ্চৰ ।
মোক অৱহেলা কৰ বৰ্ব্বৰ ॥
পৃথিবী পতি তই মহাৰাজ ।
শ্ৰেষ্ঠা পূজ্যা লক্ষ্মী জগত মাজ ॥
ভাল বাদ কৈলা মোহোৰ সতে ।
দেখোঁ লক্ষ্মী তোক ৰাখে কিমতে ॥
এতেক বুলি পাছে শনৈশ্চৰ ।
আকাশগামী ভৈলা গ্ৰহবৰ ॥
শনিৰ এতেক শুনি বচন ।
ভৈলন্ত শ্ৰীবৎস বিষাদ মন ॥
বুলিলন্ত ৰাজা ভাৰ্য্যাক চাই ।
ঘটিলন্ত শনি দোষে সমুদায় ॥
দৈব দোষে ভৈল এনুৱা গতি ।
হৰিৰ পদে নছাৰোক মতি ॥

থাকোক ধৰ্ম্মে মন নিৰন্তৰ ।
ভুঞ্জো যত ফল নিজ কৰ্ম্মৰ ॥
হেনয় চিন্তা কৰি নৰৰায় ।
কটাইলা দিন ফলমূল খাই ॥
ইমতে পঞ্চ বৰ্ষ বহি গৈলা ।
তাত পাছে শুনা যি কথা ভৈলা ॥
সুধা ভাণ্ড মহাভাৰত পদ ।
শুনিয়া পাপ এৰা সভাসদ ॥

—০ঃ০—

## কাঠুৰিয়া গৃহত শ্ৰীবৎসৰ বাস আৰু বণিকৰ দ্বাৰা চিন্তাহৰণ ।

### পদ

শ্ৰীকৃষ্ণ বদন্তি শুনা ধৰ্ম্মৰ নন্দন ।
বনে থাকি দেখিলন্ত শ্ৰীবৎস ৰাজন ॥
ফল মূল পূৰ্ব্বৰতে নিমিলে বনত ।
বাস কৰিবাক ৰাজা গৈলা নগৰত ॥
নগৰৰ দক্ষিণত গৈলা নৰপতি ।
বহু ঘৰ কাঠুৰিয়া দেখিলা তহিতি ॥

আশ্ৰয় মাগিয়া ৰাজা কাঠুৰিয়া গ্ৰামে ।
বাস কৰিবাক লৈলা ভাসম্বাৰ সমে ॥
কাষ্ঠ কটা বৃত্তি ৰাজা কৰিবাক লৈলা ।
কাঠুৰিয়া গৃহে ৰাজা আনন্দে থাকিলা ॥
ৰূপ গুণ দেখিয়া চিন্তাৰ সুবিমল ।
মোহ গৈলা কাঠুৰিয়া ৰমণী সকল ॥
কাঠুৰিয়াগণ সঙ্গে শ্ৰীবৎস নৃপতি ।
বনে প্ৰবেশিলা কাষ্ঠ কাটিবাক প্ৰতি ॥
স্বভাৱে অভ্যস্ত সেই কাঠুৰিয়া গণ ।
বৰ বৰ কাষ্ঠ বোজা বান্ধে তেতিক্ষণ ॥
দেখি ৰাজা চিন্তা কৰি মনে আপোনাৰ ।
বাছিয়া আনিল মাত্ৰ চন্দনৰ সাৰ ॥
কাঠুৰিয়াগণ সমে বজাৰে আসিয়া ।
বিকিল চন্দন সাৰ বহুমূল্য লৈয়া ॥
ভাল ভাল খাদ্য দ্ৰব্য কিনিয়া ৰাজন ।
আনিয়া ৰাণীৰ হাতে কৰিল অৰ্পণ ॥
ৰাজা বোলে শুনা ৰাণী আমাৰ বচন ।
ভোজন কৰাইবো কাঠুৰিয়া বন্ধুগণ ॥
শুনিয়া আনন্দে ৰাণী কৰিলা ৰন্ধন ।
ডাকিয়া আনিলা ৰাজা কাঠুৰিয়া গণ ॥
ৰাণী দিলা আনি অন্ন বাটিলা ৰাজন ।
পৰম আনন্দে ভুঞ্জে কাঠুৰিয়া গণ ॥

সবাকো তুষিলা ৰাজা বিনয় বচনে ।
চলিলা কাঠুৰগণ অতি হৃষ্ট মনে ॥
শুনা ৰাজা যুধিষ্ঠিৰ কথা আতপৰ ।
যিমতে বিপদ আসে শ্ৰীবৎস নৃপৰ ॥
একদিনা সিথানে বণিক একজন ।
চপাইলা তাহাৰ নৌকা বানিজ্য কাৰণ ॥
অকস্মাতে বালিচৰে লাগে নৌকা তাৰ ।
বিষম শঙ্কটে পৰে সেই সদাগৰ ॥
কি কৰিবো কিবা হৈবে চিন্তে মনে মনে ।
হেনকালে দেখা ৰাজা পাণ্ডুৰ নন্দন ॥
হাতে লৈয়া পুথি পাঁজি ছদ্মবেশ ধৰি ।
গণক হইয়া শনি আসে শীঘ্ৰ কৰি ॥
পাঁজি মেলি বোলে সাধু শুনিয়ো কাৰণ ।
যিবা হেতু ভৈল তযু এনুৱা ঘটন ॥
তযু ভাৰ্য্যা নবগ্ৰহ অৰ্চ্চনা কৰন্তে ।
অৱজ্ঞা কৰিয়া তুমি আইলা গৃহ হন্তে ॥
সেহি হেতু ভৈল তযু এনুৱা অৱস্থা ।
স্বৰূপ কহিলো সাধু শুনা মোৰ কথা ॥
হেন শুনি বোলে সাধু কৰি যোড় হাত ।
যতেক কহিলা মানে মিছা নাহি তাত ॥
এবে কোন কৰ্ম্ম কৰো কৈয়ো দয়া কৰি ।
গণক বুলিলা চলি যাইবে তযু ভৰী ॥

এক কৰ্ম্ম সাধু তুমি কৰিয়ো এক্ষণ ।
ডাকিয়া আনহ কাঠুৰিয়া ভাৰ্য্যা গণ ॥
পতিব্ৰতা নাৰী এক আছে ইথানত ।
তাইৰ স্পৰ্শে তযু তৰী ভাসিবে জলত ॥
এহি উপদেশ বাণী দিয়া বণিকক ।
ছদ্মবেশী শনি গৈলা আপোন স্থানক ॥
আত অনন্তৰে শুনা যেন কথা ভৈলা ।
আপোন কিঙ্কৰ সাধু ডাকিয়া আনিলা ॥
কৰিলা আদেশ তাঙ্ক পৰম আদৰে ।
কাঠুৰিয়া ভাৰ্য্যাগণ আনহ সাদৰে ॥
চলিলা কিঙ্কৰ মানি সাধুৰ বচন ।
স্তুতি বাক্যে আনিলা কাঠুৰ নাৰীগণ ॥
সাধুৰ স্তুতিত কাঠুৰিয়া নাৰীগণ ।
একে একে আসি নৌকা কৰিল স্পৰ্শন ॥
নিজ নিজ মান লৈয়া সবে চলি গৈলা ।
সাধুৰ তৰণী কোনোমতে নাভাসিলা ॥
দেখি সাধু মনে মনে চিন্তিব্াক লৈলা ।
জানিলা গণক বাক্য সবে মিছা ভৈলা ॥
তথাপি পুছিলা সাধু কিঙ্কৰক চাই ।
আছে নেকি কোনো নাৰী না আসি সিঠাই ॥
কিঙ্কৰ বদতি প্ৰভো আছে এক নাৰী ।
স্বামীৰ নিষেধে তাইক আনিতে নপাৰি ॥

এতেক শুনিয়া সাধু কৰিলা চিন্তন ।
সেহি নাৰী হৈতে সিজিবেক প্ৰয়োজন ॥
হেন চিন্তা কৰি সাধু গৈলা শীঘ্ৰগতি ।
যৈত আছে শ্ৰীবৎস ৰমণী চিন্তা সতী ॥
সাবিনয়ে কহে সাধু মুখে মিষ্ট বাক্ ।
বিপদে পৰিছোঁ মাত্ৰ ৰাখিও আমাক ॥
শুনিয়া কৰিলা চিন্তা চিন্তা মহাসতী ।
বাহিৰে যাইবাক মানা কৰিলা নৃপতি ॥
তথাপি শৰণাগত বিমুখ হইলে ।
ধৰ্ম্ম যায় ৰসাতলে শাস্ত্ৰে হেন বোলে ॥
সেহি হেতু যাইব আমি সাধুৰ সহিত ।
আশ্ৰিত জনৰ সাধিবাক লাগি হিত ॥
যদ্যপি জানিয়া কোপ কৰয় ৰঞ্জন ।
মাগিবোহো ক্ষমা ধৰি দুখানি চৰণ ॥
এহি বুলি চিন্তা সতী চিত্ত কৰি স্থিৰ ।
গৃহ হৈতে সাধু সঙ্গে আইলা নদী তীৰ ।
পতিৰ চৰণ স্মৰি নৌকা পৰশিলা ।
তেক্ষণে সাধুৰ তৰী ভাসিয়া উঠিলা ॥
বিস্ময় মানিয়া সাধু চিন্তিলা মনত ।
থাকে যদি ইটো নাৰী আমাৰ নৌকাত ।
মোহোৰ তৰণী নালাগিবে কোনো থানে
জানিয়া ৰাণীক তোলে নৌকাত যতনে ॥

চিন্তাদেবী লৈয়া সাধু নৌকাৰ ওপৰে।
চলিল দক্ষিণ পথে হৰিষ অন্তৰে ॥
কান্দিবে লাগিলা ৰাণী শোকাকুলা হৈয়া।
ঘটাইলোঁ এনুৱা পতিবাক্য উপেক্ষিয়া ॥
উপায় নেদেখি ৰাণী কান্দিলা বিস্তৰ।
ব্যস্তভাৱে ডাকে দেবী দেৱ দিনকৰ ॥
অখিল বিশ্বৰ পিতা দেৱ দিনমনি।
সঙ্কটে পৰিয়া ডাকোঁ অবলা ৰমণী ॥
দিওক কুৰূপ মোৰ ৰূপক লইয়া।
এহি বুলি কান্দে ৰাণী বস্ত্ৰ ভিজাইয়া ॥
তুষ্ট হইয়া দিবাকৰ বুলিলেক বাণী।
ভয় নাই ভয় নাই চিন্তা মহাৰাণী ॥
আমি সূৰ্য্য তযু ৰূপ কৰিয়া হৰণ।
দিলোঁ জৰাজীৰ্ণ ৰূপ কৰিও ধাৰণ ॥
প্ৰয়োজন মতে সতী মোহোক সুঁৱৰি।
নিজৰূপ পাইবা শেষে কইলোঁ নিষ্ঠ কৰি ॥
এহিমতে চিন্তাসতী জৰাৰূপ ধৰি।
ৰহিলা সাধুৰ সেহি নৌকাৰ ওপৰি ॥
ইমন্তে প্ৰতিজ্ঞাপূৰ্ণ কৈলা শনৈশ্চৰ।
স্ত্ৰীভেদ ঘটাইলা দেখা শ্ৰীবৎস নৃপৰ ॥
ব্যাসদেৱ বিৰচিত শ্ৰীমহাভাৰত।
চিন্তাৰ আখ্যান আছে অৰণ্য পৰ্ব্বত ॥

শুনিও একান্ত চিত্তে যত সুধীগণ ।
শিৱপদ স্মৰি ৰচে দীন অভাজন ॥

—•••—

## *চিন্তাক বিচাৰি শ্ৰীবৎসৰ কাঠুৰিয়া গৃহৰ পৰা গমন ।*

### দুলড়ি

শ্ৰীবৎস নৃপতি আসি বন হন্তে
শূন্য গৃহ নিৰখিল ।
কাঠুৰিয়া ভাৰ্য্যা সবত পুছয়
চিন্তাদেৱী কৈক গৈল ॥
নেদেখি প্ৰিয়াক দহে মোৰ প্ৰাণ
শীঘ্ৰে বাৰ্ত্তা দিয়া মোক ।
ৰাজাৰ কাকুতি বচন শুনিয়া
কহে যত নাৰীলোক ॥
শুনিও বজন কহিবো বৰ্ণন
যিবা দেখিলোহো তাক ।
কহিব খোজন্তে হিয়া ভাগি যায়
এনুৱা দৈৱ বিপাক ॥

সদাগৰ এক ইথানে আসন্তে
আটক ভৈলন্ত তৰী ।
কাঠুৰিয়া নাৰী সবক সাদৰে
নিলা নিমন্ত্ৰণ কৰি ॥
নাৰী সব মধ্যে যিবা সতী হয়
তাইৰ হস্ত পৰশনে ।
ভাসিবেক তৰী সিহেতু বণিক
সবাকো নিলা যতনে ॥
এক এক কৰি কাঠুৰ ৰমণী
সবে নৌকা পৰশিলা ।
কাহাৰো পৰশে নাভাসিল তৰী
বিপদে সাধু পৰিলা ॥
অনেক কাকুতি কৰি বাৰম্বাৰ
শেষে নিল চিন্তা সতী ।
তাইৰ পৰশনে ভাসিল তৰণী
বিস্ময় বণিক অতি ॥
ছল কৰি সিটো বণিক নৌকাত
ভৰি চিন্তাক নিল ।
হেন নিদাৰুণ বাৰ্ত্তা শুনি ৰাজা
ভূমিত ধৰণি পাৰল ॥
সম্বিত পাইয়া কান্দিবে লাগিলা
কৈকে চিন্তা মোৰ গৈলা

ৰাজ্য নাশ আৰু বনবাস হুয়া
শেষে স্ত্ৰী বিচ্ছেদ ভৈলা ॥
এহি বুলি ৰাজা নদী কূল ধৰি
চলি গৈলা বিমৰিষ ।
সবাকো পুছিয়া চিন্তাৰ বাৰতা
নপাইলা একো উদ্দিশ ॥
ভ্ৰমে নানা স্থান গহন কানন
দুখে শোকে অনাহাৰ ।
শৰীৰ শুকাইল প্ৰাণ মাত্ৰ ৰৈল
বিৰহে প্ৰিয়া ভাৰ্য্যাৰ ॥
দেখা সভাসদ দৈৱৰ নিৰ্ব্বন্ধ
কোনে খণ্ডাইবেক পাৰে ।
ধৰ্ম্ম কৰা সাৰ কহে দীনজন
বন্দিয়া শিৱৰ পাৱে ॥

## সুৰভি আশ্ৰমত শ্ৰীবৎসৰ স্থিতি আৰু বণিকৰ দ্বাৰা স্বৰ্ণপাট হৰণ।

### পদ

শ্ৰীকৃষ্ণ বদতি শুনা কুন্তীৰ নন্দন।
চিন্তা অন্বেষণ কৰি শ্ৰীবৎস ৰাজন ॥
অনন্তৰে পাইলা বন চিত্তানন্দ নাম।
আছিলেক তৈতে খ্যাত সুৰভি আশ্ৰম ॥
অমৰ বাঞ্চিত বন বিচিত্ৰ সুন্দৰ।
নানাবিধ ফল-পুষ্প অতি মনোহৰ ॥
স্থানে স্থানে পুস্কৰিণী জল নিৰমল।
দিব্য শোভা কৰে তৈত অসংখ্য কমল ॥
ছয় ঋতু একসঙ্গে বিৰাজে সিথান।
নন্দন কানন তাৰ নুহিকে সমান ॥
পশু পক্ষী কেহ কাক দৰ নাহি কৰে।
ভক্ষ্য ভোক্তা একসঙ্গে নিবসতি কৰে ॥
সুৰভি গো-মাতা সতী সিটো আশ্ৰমৰ।
নিলন্ত আশ্ৰয় তান কাছে নৰবৰ ॥
অনন্তৰে সুৰভি পুছিলা নৃপতিক।
পৰিচয় দেহ বাপু মোত কৰি ঠিক ॥

শুনিয়া প্ৰাগ্‌দেশপতি শ্ৰীবৎস ৰাজন ।
সমস্ত কাহিনী তৈতে কৰিলা বৰ্ণন ॥
যিমত বিৰোধ লক্ষ্মী শনিৰ মাজত ।
লক্ষ্মীক বুলিলা শ্ৰেষ্ঠ ন্যায় বিচাৰত ॥
যিমতে পৰিলা ৰাজা শনিৰ কোপত ।
ৰাজ্যনাশ বনবাস ভৈলা যিবামত ॥
চিন্তা সঙ্গে বিচ্ছেদ ভৈলন্ত যেন কৰি ।
সমস্ত বৰ্ণাইলা ৰাজা এক এক কৰি ॥
বোলন্ত সুৰভি শুনি ৰাজাৰ কাহিনী ।
মোহোৰ আশ্ৰমে থাকা তুমি নৃপমনি ॥
শনিভয় নাহি ৰাজা আশ্ৰমে আমাৰ ।
ইথানত গ্ৰহদোষ নঘটে তোমাৰ ॥
যতদিন নঘটে কু-দিন অবসান ।
ইথানে কৰিও বাস তুমি মতিমান ॥
নষ্টৰাজ্য হৈবে প্ৰাপ্তি শুনা নৰৰায় ।
চিন্তা সহ মিলন হৈবেক পুনৰায় ॥
মোহোৰ দুধাৰা দুগ্ধ ভুঞ্জিয়া থাকিবা ।
পূৰ্ব্বৰ অৱস্থা শেষে অৱশ্যে পাইবা ॥
যদ্যপি ছাড়িয়া ৰাজা যোৱা ইটো বন ।
ঘটাইবেক পুনৰায় শনি অঘটন ॥
শুনিয়া শ্ৰীবৎস অতি আনন্দিত ভৈলা ।
সুৰভি আশ্ৰমে ৰাজা কতোদিন ৰৈলা ॥

শ্ৰীকৃষ্ণ বদতি যুধিষ্ঠিৰ ধৰ্ম্মৰায় ।
সুৰভিৰ দুই ধাৰা দুগ্ধ ৰাজা খায় ॥
সুৰভিৰ দুগ্ধ পৰি ভিজে বসুমতী ।
যতনে বিচিত্ৰ বোকা কৰে নৰপতি ॥
দুইহাতে বোকাৰ দুই পাটক ধৰিয়া ।
তাল ও বেতাল সিদ্ধ হৃদয়ে ভাবিয়া ॥
দুই পাট যোগে গাঠে এক স্বৰ্ণপাট ।
সহস্ৰ সহস্ৰ পাট গাঠে এহিমত ॥
শুনা ৰাজা যুধিষ্ঠিৰ পুনঃ দৈব বলে ।
যিমতে শ্ৰীবৎস পৰে শনিৰ কবলে ॥
কৰিলেক যিটো সাধু চিন্তাক হৰণ ।
নৌকাৰ ওপৰে যায় হৰষিত মন ॥
নদীতীৰে থাকি ৰাজা তাহাক দেখিয়া ।
উচ্চৈ স্বৰে ৰাজা তাঙ্ক বুলিলা ডাকিয়া ॥
আনা নৌকা চপাইয়া সাধু মহাশয় ।
প্ৰয়োজন এক সাধু তোমাত আছয় ॥
শুনিয়া ৰাজাৰ বাক্য সেই মহাজন ।
নৌকা লৈয়া নদীতীৰে কৰিলা গমন ॥
বিনয়ে নৃপতি বোলে শুনা মহামতি ।
দৈৱদোষে মোহোৰ এনুৱা ভৈল গতি ॥
উচ্চ বংশে জন্ম লভি ভাগ্যৰ বলত ।
হেৰাইলোঁ সমস্ত নিজ কৰ্ম্মৰ ফলত ॥

বিপদ সাগৰে পৰি ভৈলোঁ নিৰাশ্ৰয় ।
কৰিও কিঞ্চিত দয়া সাধু মহাশয় ॥
মোহোৰ হাতত আছে বহু স্বৰ্ণপাট ।
দয়া কৰি লৈও সাধু তোমাৰ নৌকাত ॥
তয়ু সঙ্গে আমি চলি যাইবো এতিক্ষণ ।
স্বৰ্ণপাট বেচি যদি পাওঁ কিছু ধন ॥
দুৰ্ঘোৰ বিপদে তেবে পাওঁ পৰিত্ৰাণ ।
তোমাৰ নিকটে মাগোঁ দয়া এহিমান ॥
বুলিলন্ত সাধু পাছে শুনা মহা মতি ।
ভয় নাই মোহোৰ লগত কৰা গতি ॥
অনন্তৰে তেতিক্ষণে আদেশি কিঙ্কৰ ।
স্বৰ্ণপাত তোলে সাধু নৌকাৰ ওপৰ ॥
সাধুৰ আশ্বাস পাইয়া শ্ৰীবৎস নৃপতি ।
তাহাৰ নৌকাত উঠে হৈয়া হৃষ্টমতি ॥
কতদূৰ গৈয়া ভাবে সাধু দুৰাচাৰ ।
ভাগ্যবশে ধনপ্ৰাপ্তি ঘটিল আমাৰ ॥
বিশেষ দুৰ্জ্জন ইটো কণ্টক পথৰ ।
আঙ্ক মাৰি স্বৰ্ণপাট কৰোহোঁ নিজৰ ॥
ইমতে কৰিয়া চিন্তা সাধু দুৰাচাৰ ।
বান্ধিলেক হাত পাৱ শ্ৰীবৎস ৰাজাৰ ॥
নৌকাহস্তে নৃপতিক জলে পেলাইল ।
শনি দোষে নৃপতিৰ হেন দশা ভৈল ॥

সঙ্কটে ছাড়িলা ৰাজা পৰিত্ৰাহি ডাক ।
তাল ও বেটাল বন্ধু ৰাখিও আমাক ॥
কৈক গৈলা চিন্তা সতী পৰাণ আমাৰ ।
মৰণ কালত দেখা দিয়া একবাৰ ॥
তাল ও বেতাল দেখি বিপদ ৰাজাৰ ।
কৰিলা ৰাজাক ৰক্ষা দুই গুণাধাৰ ॥
চক্ষুক কৰিলা ৰক্ষা তাল মহামতি ।
ভেলাৰূপে বেতাল ৰাখিলা নৰপতি ॥
লঘু হৈয়া নৰপতি ভাসিলা ভেলাত ।
শুনা ধৰ্ম্মৰাজ যেন ঘটে সিবেলাত ॥
চিন্তাৰাণী আছিলন্ত সাধুৰ নৌকাত ।
শুনিয়া প্ৰভুৰ ডাক উঠি অকস্মাৎ ॥
স্বামীৰ চৰণ চিন্তা কৰিয়া মনত ।
পেলাইলা বালিচ এক নদীৰ জলত ॥
আশ্ৰয় কৰিয়া সেহি বালিচ ওপৰ ।
ভেলাত ভাসিয়া গৈলা সিটো নৃপবৰ ॥
শুনিয়োক যেন কথা আত অনন্তৰ ।
ঘটন দৈৱৰ যেন শুনা নৰবৰ ॥
আসিয়া লাগিলা ভেলা সৌতিপুৰ ধামে ।
মালিনী আছিলা তৈতে ৰত্নাৱতী নামে ॥
তাহাৰ উদ্যানে ভেলা লাগিয়া ৰহিলা ।
শুষ্ক পুষ্পমানে তৈত বিকশিত ভৈলা ॥

চতুৰ্দ্দিকে পুষ্পচয় ফুটিয়া উঠিলা।
গন্ধে ৰূপে সিটো বন জাতিষ্কাৰ কৈলা ॥
মধুলোভে ভ্রমৰ সবৰ কোলাহল।
কোকিলৰ ডাকে বন মুখৰিত ভৈল ॥
ধনু সমে পঞ্চশৰ ধৰিয়া হাতত।
তৈতে আসি কামদেৱ ভৈলা উপস্থিত ॥
অনন্তৰে মালিনী পশিয়া বন মাজে।
দেখিলন্ত পুষ্পসৱ মনোহৰ সাজে ॥
চতুৰ্দ্দিক নিৰখিল সিটো উদ্যানৰ।
অকস্মাত পৰে চকু ৰাজাৰ ওপৰ ॥
দেখিয়া পুৰুষ সেই বিচিত্র সুন্দৰ।
মালিনী পুছিলা ধীৰে কৰি যোড়কৰ ॥
কৈৰ হন্তে আসি আছা তুমি কোনজন।
স্বৰূপ কহিও মোত এহি নিবেদন ॥
হেনশুনি বুলিবে লাগিলা নৰবৰ।
দৈৱদোষে ভৈল মোৰ বিপদ বিস্তৰ ॥
নৌকা লৈয়া বাণিজ্য কৰিবে লাগি আইলোঁ।
জলে ডুবি গৈল নৌকা সব হাৰাইলো ॥
পূৰ্ব্ব পুণ্যফলে প্রাণ ৰহিল মোহোৰ।
দুৰ্ভাগ্য কাৰণে ভৈল বিপদ দুৰ্ঘোৰ ॥
মালিনী বুলিবে লৈলা শ্রীবৎসৰ প্রতি।
মোহোৰ বচন শুনিয়োক মহামতি ॥

থাকিও আমাৰ ঘৰে তুমি মহাশয় ।
ভাল হৈল দিন তযু জানিও নিশ্চয় ॥
অগাধ জলত নৌকা ডুবিল তোমাৰ ।
তথাপিতো প্ৰাণ পাইলা হইলা উদ্ধাৰ ॥
গৃহৰ মধ্যত আমি একেটি পৰাণী ।
মোহোৰ ভাগিন ৰূপে থাকা মহামানী ॥
মালিনীৰ বাক্য শুনি শ্ৰীবৎস নৃপতি ।
কিছুদিন তৈতে ৰাজা কৰিলা বসতি ॥
শ্ৰীবৎস আখ্যান ইটো মহাভাৰতৰ ।
শুনিলে পাতক খণ্ডে শুনা যত নৰ ॥

---

## *মালিনীৰ গৃহত শ্ৰীবৎসৰ বাস আৰু বাহু ৰাজাৰ কন্যা ভদ্ৰাৰ বৰলাভ ।*

### ঝুমুৰি

যদুমান নিগদতি ।
শুনা ধৰ্ম্ম নৰপতি ॥
শ্ৰীবৎস নৃপতি পাছে ।
মালিনী গৃহত আছে ॥

বঞ্চে ৰাজা সুগোপনে।
কোনো লোক নাহি জানে ॥
শুনা ধৰ্ম্ম নৰবৰ।
বিচিত্ৰ গতি দৈব্যৰ ॥
শুভকাল আসে যাৰ।
ক্ৰমে শুভ হয় তাৰ ॥
সেহি ৰাজ্যে বাহু ৰাজা।
নৰপতি মহাতেজা ॥
ভদ্ৰা নামে কন্যা তাৰ।
উপমা নাহিকে যাৰ ॥
ৰূপে যেন তিলোত্তমা।
ক্ষমাশীলা ধৰাসম ॥
গুণে যেন সৰস্বতী।
তপে অগ্নি স্বাহাৱতী ॥
কৰিলা, কঠোৰ তপ।
হৰগৌৰী কৰি জপ ॥
তুষ্ট ভৈলা ভগৱতী।
বুলিলা ভদ্ৰাৰ প্ৰতি ॥
তযু প্ৰতি ভৈলো তুষ্ট।
বৰ লোৱা যেন ইষ্ট ॥
হেন শুনি ভদ্ৰাৱতী।
মনে চিন্তি গুণৱতী ॥

বোলে কৃতাঞ্জলি কৰি ।
শুনা মাতা বিশ্বেশ্বৰী ॥
শ্ৰীবৎস নৃপতি স্বামী ।
পাওঁ যেন অভাগিনী ॥
শুনি পাছে হৰপ্ৰিয়া ।
ভদ্ৰাক আশ্বাস দিয়া ॥
বুলিলা মধুৰ বাণী ।
হৈবে স্বামী নৃপমনি ॥
শ্ৰীবৎস নৃপতিবৰ ।
ৰহ্না মালিনীৰ ঘৰ ॥
ছদ্মবেশে মহামতি ।
কৰি আছে নিবসতি ॥
স্বামীৰূপে পাইয়া তাঙ্ক
সুখে কাল বঞ্চিয়োক
হেন বৰ দিয়া গৌৰী
গৈলন্ত সিথান এৰি ॥
পাছে ভদ্ৰা গুণৱতা ।
ভৈলা .ত হৃষ্টমতি ॥
পূজি দেবী নানামত ।
শ্ৰীবৎসক হৃদয়ত ॥
ধৰিয়া একান্ত মন ।
কটাইলন্ত কিছুদিন ॥

শ্ৰীবৎস নৃপ কাহিনী ।
প্ৰকাশিলা ব্যাস মুনি ॥
শুনিয়া অপূৰ্ব্ব কথা ।
নাশা পাপ এৰা ব্যথা

---

## ৰাজকন্যা ভদ্ৰাৰ লগত শ্ৰীবৎসৰ বিবাহ

### পদ

শ্ৰীকৃষ্ণ বদন্তি শুনা ধৰ্ম্ম নৰবৰ ।
অপূৰ্ব্ব কাহিনী পুনু শ্ৰীবৎস ৰাজৰ ॥
হৰিষে কটায়া কাল মালিনী গৃহত ।
একচিত্তে নাৰাযণ চিন্তি হৃদয়ত ॥
ফলে পুষ্পে পূজে ৰাজা দেব গদাধৰ ।
ৰাখিয়া অচলা মতি ধৰ্ম্মে নৰবৰ ॥
আত অনন্তৰে শুনা ধৰ্ম্ম নৰপতি ।
বাহু ৰাজা কন্যা সেই নাম ভদ্ৰাৱতী ॥
একদিনা ভোজন সময় যেবে ভৈলা ।
স্নান অন্তে বাহু ৰাজা ভোজনে বসিলা ॥
স্বৰ্ণ থাল হাতে তাৰ কন্যা ভদ্ৰাৱতী ।
পৰিবেশনৰ হেতু আসে শীঘ্ৰগতি ॥

ৰাণী জ্ঞান কৰি সিটো আপোন কন্যাক ।
বুলিলন্ত বাহু ৰাজা পৰিহাস বাক ॥
এনুৱা কদৰ্য্য ভাষ পাইয়া জনকৰ ।
কান্দি নিবেদিলা ভদ্ৰা মাতৃৰ গোচৰ ॥
শুনি ৰাণী আসি ক্ৰোধে বোলে নৃপতিক ।
এনুৱা আচাৰ ৰাজা জীৱনত ধিক ॥
ৰাজভোগে মত্ত হৈয়া ধৰ্ম্ম নষ্ট কৈলা ।
নিজ কৰ্ম্মদোষে ৰাজা ৰসাতলে গৈলা ॥
কৰিয়া বিষয়মদে কুকাৰ্য্য কৰিয়া ।
পৰকাল বন্ধুধৰ্ম্ম তাহাঙ্ক এৰিয়া ॥
ৰাখিলা কুখ্যাতি ইহকালে পৃথিবীত ।
পৰিলা নৰকে অন্তে পাপে কৰি চিত্ত ॥
পিতৃ হুইয়া কন্যাক কৰিলা পৰিহাস ।
চিৰকাল হৈবে ৰাজা নৰকত বাস ॥
সুপাত্ৰত দান কৰি আপোন তনয়া ।
চিৰকাল লভে সুখ বৈকুণ্ঠত গৈয়া ॥
ইহেন ধৰম পথ ছাড়ি কিকাৰণ ।
বিপৰীত আচৰণ কৰিলা ৰাজন ॥
ৰাণীৰ ভৎসনা বাক্য শুনি বাহুৰাজ ।
বুলিবে লাগিলা ৰাজা মনে পাইয়া লাজ ॥
মোত দোষ নাহি ৰাণী ইটো কাৰণত ।
কটূক্তি বুলিয়া কষ্ট দিলা অবাবত ॥

আছন্ত বিবাহ যোগ্যা কন্যা যে আমাৰ ।
নুবুলিলা কোনোদিনে মুখে যে তোমাৰ ॥
কায়মনো বাক্যে ধৰ্ম্ম পালি আছোঁ আমি ।
জানন্ত সমস্ত প্ৰভু ত্ৰিজগত স্বামী ॥
তেবে এক কথা ৰাণী শুনিও আমাৰ ।
আজি পাতিবোহো আমি ভদ্ৰা স্বয়ম্বৰ ॥
এহি বুলি নৰপতি বাহিৰে আসিলা ।
পাত্ৰ মিত্ৰগণ লৈয়া মন্ত্ৰণা কৰিলা ॥
পৃথিবীত নৰপতি আছিলা যিমান ।
স্বয়ম্বৰ কাৰণে কৰিলা নিমন্ত্ৰণ ॥
বাহুৰাজা নিমন্ত্ৰণ পাইয়া নৃপগণ ।
চতুৰঙ্গ দলে সবে কৰিলা গমন ॥
দীৰ্ঘে দশক্ৰোশ পুৰী অতি ৰম্যস্থান ।
কৰাইলন্ত বাহুৰাজা বিচিত্ৰ নিৰ্ম্মাণ ॥
হেনয় পুৰীত নিমন্ত্ৰিত ৰাজাগণ ।
থানে থানে ৰহিলন্ত আনন্দিত মন ॥
তুষিলেক বাহুৰাজা সব নৃপতিক ।
বিধিমতে কৰিলন্ত পূজা তাসম্বাক ॥
তাত পাছে নৰপতি অন্তঃপুৰে গৈলা ।
অধিবাস কাৰ্য্যমানে সমাপন কৈলা ॥
ষষ্ঠ্যাদি অৰ্চ্চন কৰি বিধি অনুসাৰে ।
ষোড়শ মাতৃকা পূজা কৰি অনন্তৰে ॥

গন্ধাধিবাসন কৰি কৰি অগ্নিপূজা ।
গৈলন্ত সভাক বাহুদের মহাতেজা ॥
দেখিওক ধৰ্ম্মৰাজ দৈৱসংঘটন ।
মালিনীৰ মুখে শুনি শ্রীবৎস ৰাজন ॥
দেখিবাক মনে ৰাজকন্যা স্বয়ম্বৰ ।
বসিয়া ৰহিলা মূলে কদম্ব বৃক্ষৰ ॥
স্বয়ম্বৰকাল যেবে উপস্থিত ভৈলা ।
আসিয়া যতেক ৰাজা সভাত বসিলা ॥
হাতে লৈয়া চন্দনৰ পাত্র আৰু মালা ।
ৰাজকন্যা ভদ্রাৱতী সভাত আসিলা ॥
তিলোত্তমা শচী ৰম্ভা আদি দেবীগণ ।
লাজ পায় ভদ্রাৰূপ কৰন্তে দৰ্শন ॥
লক্ষ্মী অংশে জাত সেই ভদ্রা গুণৱতী ।
তাইৰ ৰূপে গৈলা ভোল যতেক নৃপতি ॥
হেনকালে ভদ্রাৱতী কৰি নমস্কাৰ ।
বিনয় বচনে বোলে আগত সবাৰ ॥
দেৱতা ব্ৰাহ্মণ গুৰু আৰু ৰাজাগণ ।
শুনিয়োক যেন মোৰ আছে নিবেদন ॥
জনাইলো সবাৰ প্ৰতি মোৰ নমস্কাৰ ।
পাওঁ যেন পতি মোৰ এই বাঞ্ছা সাৰ ॥
এহি বুলি ভদ্রাৱতী চতুৰ্দ্দিকে চাইল ।
শূন্যত আকাশী বাণী শুনিতে পাইল ॥

"যাহাৰ কাৰণে তপ কৰিলা বিস্তৰ।
আৰাধ্য আছন্ত মূলে কদম্ব বৃক্ষৰ॥
হেন শুনি ভদ্ৰাৰাণী আনন্দিত মন।
কদম্ব বৃক্ষৰ মূলে কৰিলা গমন।'
বসিয়া আছিলা তৈতে শ্ৰীবৎস ৰাজন।
বিধি মতে ভদ্ৰা গৈয়া কৰি প্ৰদক্ষিণ॥
দিলেক চন্দন মাল্য চৰণে ৰাজাৰ।
দণ্ডৱতে ৰহিলেক সন্মুখ তাহাৰ॥
হেন দেখি যত ৰাজা সভাত আছিলা।
ছি ছি বুলি নৃপতিক নিন্দিবে লাগিলা॥
কিন্তু আন সাধুজনে বুলিলন্ত বাক।
বিধিৰ নিৰ্ব্বন্ধ কোনে পাৰে খণ্ডাইবাক॥
কাযাৰ লগত যেন ছাঁয়া কৰে গতি।
কৰ্ম্মবন্ধ খণ্ডাইবাক নাহিকে শকতি॥
নানাজনে নানামত বুলিয়া বচন।
নিজ নিজ ৰাজ্যে চলি গৈলা ৰাজাগণ॥
হেন অঘটন দেখি বাহু নৰপতি।
অন্তঃপুৰে শীঘ্ৰবেগে কৰিলেক গতি॥
কান্দিয়া বুলিবে লৈলা ৰাণীৰ আগত।
লেখিল এনুৱা বিধি ভদ্ৰাৰ ভাগ্যত॥
লক্ষ লক্ষ ৰাজাসব অবহেলা কৰি।
নীচ পুৰুষক ভজে মোহোৰ জীয়াৰী॥

কুখ্যাতি ৰহিল মোৰ পৃথিবীৰ মাজে ।
ইচ্ছা হয় কণ্ঠছেদ কৰো ইটো লাজে ॥
শুনিয়া প্ৰবোধ বাক্য বোলে মহাৰাণী ।
নকৰা অযথা চিন্তা ৰাজা মহামানী ॥
সৃষ্টি-স্থিতি লয় কৰ্ত্তা প্ৰভু ভগবান ।
সকলো তাহাৰ ইচ্ছা জানিবা ৰাজন ॥
কুমতি সুমতি দাতা সেহি নাৰায়ণ ।
তনয়াৰো ভাগ্য কৰ্ত্তা সোহ একজন ॥
তুমি আমি চিন্তা কৰা নহয় উচিত ।
জানিয়া প্ৰভুৰ কাৰ্য্য স্থিৰ কৰা চিত্ত ॥
শুনিয়া ৰাণীৰ হেন প্ৰবোধ বচন ।
মন্ত্ৰীক আদেশি ৰাজা বুলিলা বচন ॥
পুৰিৰ বাহিৰে গৃহে কৰিয়া বিধান ।
ভদ্ৰাৱতী কন্যাৰ দিয়োক বাসস্থান ॥
দৰিদ্ৰ নীচক ভদ্ৰা কৰিল বৰণ ।
নকৰিবো কন্যা মুখ আউৰ দৰশন ॥
ভক্ষ্য ভোজ্য যত লাগে দিবেক যোগান
কপালে লেখিলা বিধি এহুমা বিধান ॥
চিৰকাল ভগৱতী কৰি আৰাধন ।
পাইলন্ত দৰিদ্ৰ পতি বিধিৰ লিখন ॥
লাজে দুখে অপমানে দহয় হৃদয় ।
অগ্নিত মৰোহো পুৰি হেন ইচ্ছা হয় ।

এহি বুলি উচ্চৈ স্বৰে কান্দে নৰমনি।
হেন দেখি প্ৰবোধি বুলিলা মহাৰাণী॥
অচিন্ত্য শকতি সেই প্ৰভু নাৰায়ণ।
সৃজন পালন লয় যাহাৰ কাৰণ॥
মায়াৰ হইয়া বশ সংসাৰ ভিতৰ।
মোহজালে মুগ্ধ হয় জীৱ নিৰন্তৰ॥
স্থিৰ কৰি চিত্তৰাজা চিন্তিয়োক মনে।
আছোহো সমস্ত আমি মায়াৰ বন্ধনে॥
কোন কাৰ পিতা কোন কাৰ মাতা হয়।
স্বৰূপত চিন্তা কৰি চোৱা মহাশয়॥
অসাৰ সংসাৰ এই কিছু নাহি আত।
মায়াবন্ধ ছিণ্ডি লৈয়ো আশ্ৰয় ধৰ্ম্মত॥
ত্ৰৈলোক্যৰ বন্ধু ধৰ্ম্ম সংসাৰত সাৰ।
ধৰ্ম্ম বলে সংসাৰ সমুদ্ৰ হৈবা পাৰ॥
ৰাজাক বুলিলা হেন সান্ত্বনা বচন।
বাহিৰ উদ্যানে ৰাণী কৰিলা গমন॥
দেখিলন্ত আছে ভদ্ৰা স্বামীৰ কাষত।
আনন্দে মগন পতি পাইয়া মনোমত॥
মনে দুখ কৰি ৰাণী কন্যা কোলে লৈলা।
বস্ত্ৰৰ আঁচল দিয়া মুখক মছিলা॥
কন্যা-জামাতাক আনি বাহিৰ গৃহক।
বুলিলেক মহাৰাণী সুমধুৰ বাক॥

এহি গৃহে থাকা মনে নকৰিয়া দুখ।
শুভদিন ভৈলে তুয়ো পাইবা মহাসুখ॥
দয়াৱতী ভগৱতী দুৰ্গতি নাশিনী।
তাহাৰ কৃপায় ভদ্ৰা হৈবা মহাৰাণী॥
ভগৱতা আৰাধনা নযাইবে অথলে।
শুভফল পাইবা ভদ্ৰা কিছুদিন গৈলে॥
এহিমতে কন্যা জামাতাক সন্তোষিয়া।
ৰাজাক জনাইলা ৰাণী অন্তঃপুৰে গৈয়া॥
শ্ৰীবৎস চিন্তাৰ ইটো অপূৰ্ব্ব আখ্যান।
মহাভাৰতৰ বনপৰ্ব্বে বিদ্যমান॥
একমনে শুনে যিটো লভে মহাজ্ঞান।
শিৱপদ স্মৰি ৰচে দীন অভাজন॥

---

## *শ্ৰীবৎসৰ লগত চিন্তাৰ মিলন।*

### ছবি

কৃষ্ণ মুখে শ্ৰীবৎসৰ দুৰ্গতি কাহিনী মানে
শুনিলন্ত পাণ্ডৱ সকল।
দ্ৰুপদ নন্দিনী দেবী পুছিলা কৃষ্ণত পুনু
কৈয়ো প্ৰভো পাছে যেন ভৈল॥

চিন্তাৰ কি দশা ভৈল ভদ্ৰাক লগত লৈয়া
কিমতে বঞ্চিলা নৰপতি ।
কহিও ইসব কথা বিবৰিয়া যদুৰায়
জানিবে ব্যাকুল মন অতি ॥
শুনিয়া কহিলা কৃষ্ণ শুনা সবে একমনে
ভৈলা যেনে আত অনন্তৰ ।
পৰ গৃহে পৰ অন্নে বঞ্চিয়া শ্ৰীবৎস ৰাজ
মনে পাইলা দুখ যে বিস্তৰ ॥
দণ্ডে যেন যুগ যায় মনোদুখে অপমানে
দেখি ভদ্ৰা বুলিলা ৰাজাক ।
শুনা প্ৰভো নৰমনি দুখৰ হইবে অন্ত
শোক এৰি চিন্তিয়ো ধৰ্ম্মক ॥
সুখে দুখে সমভাৱে ধৰ্ম্মপথ ৰক্ষা কাৰ
সৰ্ব্বদা থাকন্ত জ্ঞানীজন ।
হেন জানি শান্তচিত্তে ধৰ্ম্মত ৰাখিয়া মতি
হিয়াত চিন্তিয়ো নাৰায়ণ ॥
ধৰ্ম্ম বলে হয় সুখ দুখ মিলে অধৰ্ম্মত
শাস্ত্ৰে হেন কহয় বিচাৰি ।
দুখ অন্ত অচিৰতে হৈবে তযু মহাৰাজ
পাইবে ৰাজ্য কৈলো নিষ্ট কৰি ॥
শুনিয়া ভদ্ৰাৰ বাণী আনন্দিত নৰপতি
দিনে ৰাতি স্মৰি নাৰায়ণ ।

কটাইলা কতেক দিন দ্বাদশ বছৰ অন্তে
শনি ভোগ ভৈলা অৱসান ॥
অশেষ যাতনা ভুঞ্জি বঞ্চিলেক নৰপতি
শেষে শুভকাল আসি ভৈলা ।
একদিনা নৰৰায় মনে কিছু গুণি গান্থি
ভদ্ৰাক মধুৰ ভাষে কৈলা ॥
শুনিয়োক প্ৰিয়তমে মোহোৰ বচন এক
তযু পিতৃ আদেশ লইয়া ।
কৰ্ম্ম এক দিয়া মোক দান সাধিবাক লাগি
ক্ষীৰোদ নদীৰ তীৰে গৈয়া ॥
ৰাজাৰ বচন শুনি মাৰক কহিয়া ভদ্ৰা
পিতৃ আজ্ঞা পাইলা তেতিক্ষণে ।
শ্ৰীবৎস নৃপতি পাছে ক্ষীৰোদ নদীৰ কূলে
বসিলন্ত হৰষিত মনে ॥
শত শত মহাজন ক্ষীৰোদ নদীৰ জলে
নৌকা লৈয়া চলি যায় ৰঙ্গে ।
তাল্লাস কৰিয়া নৌকা আনন্দে তাল্লাসী লৈয়া
এৰন্ত শ্ৰীবৎস ৰঙ্গমনে ॥
এহিমতে কতো দিন বহি গৈল নৃপতিৰ
ভাত পাছে শুনা যেন ভৈলা ।
ৰাজাৰ সুবৰ্ণ পাট হৰিলন্ত যিটো সাধু
তাৰ নৌকা নদীত দেখিলা ॥

চিনিয়া শ্ৰীবৎস ৰাজ কৰিলা আটক নৌকা
নিজ পৰিজনে আজ্ঞা দিয়া ।
তেতিক্ষণে নৌকা হন্তে স্বৰ্ণপাট যতমানে
নমাইলন্ত নদীতীৰে নিয়া ॥
হেন দেখি সিটো সাধু ৰাজাৰ সভাত আসি
বুলিলেক করুণ বচন ।
শুনিয়োক মহাৰাজ তোমাৰ জামাতা ইটো
হৰিলন্ত মোৰ স্বৰ্ণ ধন ॥
ৰাহু ৰাজা হেন শুনি ক্ৰোধ কৰি জামাতাক
বুলিলন্ত কৰ্কশ বচন ।
কিকাৰণে বণিকৰ নৌকা লুট পাট কৰি
হৰিলা সমস্ত স্বৰ্ণ ধন ॥
শ্ৰীবৎস নৃপতি বোলে নোহে ইটো সাধুজন
বিষম তস্কৰ দুৰাশয় ।
একখান স্বৰ্ণ পাট কৰে যদি দুইখান
হৈবে তাৰ নাহিকে সংশয় ॥
হেন শুনি মহাৰাজ সাধুক দিলন্ত আজ্ঞা
দ্বিখণ্ড কৰিবে স্বৰ্ণ পাট ।
কুঠাৰ ধৰিয়া সাধু দিখণ্ড কৰিবে যত্ন
কৰিলন্ত ৰাজাৰ সভাত ॥
কোনোমতে নপাৰিয়া লাজে অপমানে সাধু
সভামাজে অধোমুখ ভৈলা ॥

স্বৰ্ণ পাট হাতে ধৰি কহিলা শ্ৰীবৎসৰাজ
সাক্ষাত প্ৰমাণ সবে পাইলা ॥
একখান স্বৰ্ণ পাট দুখান কৰিবো আমি
দেখিওক সভাসদ গণ ।
এহি বুলি পাট হাতে তাল বেতালক ৰাজা
স্মৰবন্তে ভৈলেক দুখান ॥
বিস্ময় ভৈলন্ত দেখি যত সভাসদ গণ
ৰাহু ৰাজা বুলিলা বচন ।
দেবতা, গন্ধৰ্ব্ব, যক্ষ, নাগ নৰ ইসবৰ
কোৱা বাপু তুমি কোনজন ॥
পৰম সুভাগী আমি পাইলো তোমাহেন স্বামী
ভদ্ৰাৱতী মোহোৰ জীয়াৰী ।
নভাণ্ডিয়া কোৱা মোত স্বৰূপ কালিনী বাপু
পৰিচয় দিয়া শীঘ্ৰ কৰি ॥

---

## পদ

শ্বশুৰৰ বাক্য শুনি শ্ৰীবৎস নৃপতি ।
ধীৰে ধীৰে বুলিবাক লৈলন্ত সুমতি ॥
শুনা শুনা মহাৰাজ আমাৰ বচন ।
উত্তম সহিতে হয় উত্তম মিলন ॥

উচ্চ নীচ যোগ বিধি কদাপি নকৰে।
সুখ দুখ ভোগ মাথো কৰ্ম্ম ফলে কৰে॥
কদাপি নহওঁ ৰাজা আমি নীচ জন।
স্থিৰ কৰি শুনা ৰাজা আমাৰ বচন॥
এহি বুলি শ্বশুৰৰ আজ্ঞা শিৰে ধৰি।
বৰ্ণাইলা কাহিনী ৰাজা এক এক কৰি॥
যিমতে আছিলা ৰাজা প্ৰ্যাগদেশ পতি।
শ্ৰীবৎস নামত তাৰ ভাৰ্য্যা চিন্তা সতী॥
চিৰকাল ধৰ্ম্মমতে পালন্তে প্ৰজাক।
যিমতে ঘটিল তাৰ দৈব্যৰ বিপাক॥
লক্ষ্মী সঙ্গে ঘটে যেন শনিৰ বিবাদ।
উভয়ৰ দন্দ যেন ঘটাইলা প্ৰমাদ॥
শনি কোপে যিবামতে ৰাজ্য নাশ ভৈলা।
বনবাস স্ত্ৰী বিচ্ছেদ যিমতে ঘটিলা॥
মৃত্যু সম দুখ যেন দ্বাদশ বছৰ।
পৰিয়া শনিৰ কোপে পাইলা নৰবৰ॥
সমস্ত কাহিনী ৰাজা বৰ্ণাইলা সভাত।
হেন শুনি বাহু ৰাজা কৰি যোড়হাত॥
বুলিলা বচন অতি সভয় অন্তৰ।
অজ্ঞান আমাক ক্ষমা কৰা নৰবৰ॥
ধন্য ধন্য ভদ্ৰাৱতী মোহোৰ দুহিতা।
তাইৰ পুণ্যে ভৈলো ধন্য আমি পিতা মাতা॥

গৌৰী আৰাধনা তাইৰ সাৰ্থক হইল ।
সেহি হেতু তোমাহেন স্বামীক লভিল ॥
এহি বুলি কৰে স্তুতি ভূমিত পৰিয়া ।
শ্ৰীবৎস কহিলা পাছে বিনয় কৰিয়া ॥
গুৰু জন হৈয়া ৰাজা হেন ব্যৱহাৰ ।
কদাপি নহয় যুক্তি শাস্ত্ৰৰ বিচাৰ ॥
এবে এক কথা শুনিয়োক মহাৰাজ ।
ঘটাই আছে এই দুষ্ট পৰম দুষ্কাৰ্য্য ॥
প্ৰাণ সম চিন্তা সতী বঞ্চিয়া দুখত ।
আছন্ত বন্ধনে এই দুষ্টৰ নৌকাত ॥
মুক্ত কৰা ভাৰ্য্যা মোৰ সেই চিন্তা সতী ।
হেন শুনি বাহু ৰাজা চলে শীঘ্ৰগতি ॥
পাত্ৰ মিত্ৰ সঙ্গে গৈয়া দেখিলা নৌকাত ।
চিন্তাকুলা চিন্তাদেবী আছন্ত তথাত ॥
বুলিলন্ত বাহুৰাজা মধুৰ বচন ।
দুখ এৰি আই তুমি স্থিৰ কৰা মন ॥
তোমাৰ বিৰহে দুখী শ্ৰীবৎস ৰাজন ।
দুখ অন্তে তাৰ সঙ্গে কৰিও মিলন ॥
জৰাযুক্ত দেখি পাছে শৰীৰ চিন্তাৰ ।
পুছন্ত কাৰণ তাৰ বাহু নৃপবৰ ॥
শুনি চিন্তা কৰিলন্ত সমস্ত বৰ্ণন ।
কাঠুৰিয়া গ্ৰামে যেন ঘটে অঘটন ॥

যিমতে সাধুৰ তৰী আটক হইল ।
দৈবজ্ঞ যিমতে তাৰ উপায় বিহিল ॥
যিমতে সাধুৰ সঙ্গে গৈলা চিন্তা সতী ।
যিমতে হৰিলা তাক সাধু মন্দমতি ॥
যিমতে কুৰূপ পাইলা সূৰ্য্য আৰাধিয়া ।
কহিলা সমস্ত কথা চিন্তা নৰ্ণাইয়া ॥
চিন্তাৰ দুৰ্গতি শুনি ৰাজা দুখ পাইলা ।
এত দুখ পাইলা বুলি কান্দিবে লাগিলা ॥
তাত পাছে চিন্তা দেবী স্মৰিয়া সূৰ্য্যক ।
লভিলন্ত তেতিক্ষণে আপোন ৰূপক ॥
আত অনন্তৰে যেবে বাহু নৰপতি ।
চতুৰ্দ্দোল আনিবাক দিলা শীঘ্ৰগতি ॥
বুলিলন্ত চিন্তাদেবী শুনা মহাৰাজ ।
চতুৰ্দ্দোল আনিবাক নাহি কিছু কাজ ॥
নিয়োক মোহোক সঙ্গে শীঘ্ৰ কৰি তৈত ।
মোৰ প্ৰাণপতি বাস কৰি আছে যৈত ॥
এহি বুলি চিন্তা সতী বাহু ৰাজা সঙ্গে
শ্ৰীবৎস ৰাজাৰ পাশে চলিলন্ত ৰঙ্গে ॥
ব্যাকুলিত চিত্তে আছে শ্ৰীবৎস ৰাজন ।
প্ৰদক্ষিণ কৰি চিন্তা তাহাৰ চৰণ ॥
প্ৰণাম কৰিয়া ৰৈলা আনন্দিত ভাৱ ।
দুইকো দেখি ভৈলা দুয়ো বিহ্বল স্বভাৱ ॥

তাত পাছে আথেবেথে উঠি নৰপতি ।
বাম পাশে বসাই লৈলন্ত চিন্তা সতী ॥
প্ৰেম অনুৰাগে দুইৰো পুলক অন্তৰ ।
পাহৰি গৈলন্ত দুয়ো দুখ বিচ্ছেদৰ ॥
হুইয়া অধীৰ চিত্ত শ্ৰীবৎস ৰাজন ।
বাৰে বাৰে চিন্তাক কৰিলা আলিঙ্গন ॥
বদনে চুম্বন দিয়া পৰম আনন্দে ।
বহিয়া গৈলন্ত নেত্ৰজল প্ৰেমমদে ॥
তাত পাছে সুকোমল শয্যাৰ ওপৰ ।
আনন্দিত ভাৱে শুতিলন্ত নৰবৰ ॥
সেবিল তাহাৰ পদ ভদ্ৰা চিন্তাসতী ।
পৰম আনন্দে বঞ্চিলেক সিটো ৰাতি ॥
অনন্তৰে ৰজনী প্ৰভাত আসি ভৈলা ।
সভা পাতি বাহু ৰাজা উৎসৱ কৰিলা ॥
নানামতে শ্ৰীবৎস চিন্তাক কৰি পূজা ।
পৰম সন্তোষ লভিলেক বাহু ৰাজা ॥
ৰাজাৰ সভাত বসি সভাসদ জনা ।
ৰাজনীতি নানা শাস্ত্ৰ কৰে আলোচনা ॥
ব্যাসকেৰ বিৰচিত মহাভাৰতৰ ।
মিলন কাহিনী ইটো শ্ৰীবৎস চিন্তাৰ ॥
পৰম মঙ্গলপ্ৰদ জানা নৰগণ ।
শিৱপদ শিৰে ধৰি ৰচে দীন জন ॥

---

## বাহু ৰাজাৰ ৰাজসভালৈ শনিৰ আগমন আৰু শ্ৰীবৎস ৰাজাক বৰদান ।

### ঝুমুৰি

যদুপতি নিগদতি ।
শুনা ধৰ্ম্ম নৰপতি ॥
এহিমতে বাহুৰাজা ।
নৰপতি মহাতেজা ॥
ৰাজসভা পাতি আছে ।
শুনা যেন ভৈলা পাছে ॥
শূন্য মাৰ্গে থাক শনি ।
বুলিলা আকাশ বানী ॥
শুনা শুনা সৰ্ব্বজন ।
মোহোৰ বচন যেন ॥
সুৰাসুৰ বিদ্যাধৰ ।
কিন্নৰ ৰাক্ষস নৰ ॥
চৰাচৰ যত্তমানে ।
সবে মোক শ্ৰেষ্ঠ জানে ॥
ত্ৰিভুবনে কৰে ডৰ ।
হইয়া সামান্য নৰ ॥
শ্ৰীবৎস নৃপতি মোক ।
অৱহেলা কৰিলেক ॥

সহ্য করো কেনমত।
দেখ সভাসদ যত॥
ইমতে বুলিয়া বাণী।
ক্রমে ক্রমে দেব শনি॥
রাজসভা আসিলন্ত।
সর্ব্বজন দেখিলন্ত॥
আরক্ত পিঙ্গল বর্ণ।
তপত সুবর্ণ যেন॥
রক্ত বস্ত্র পরিধান।
সভা মাজে বিদ্যমান॥
তৈজস সভা আলোকিত।
সর্ব্বলোক চমকিত॥
ভীত হয়া দাণ্ডাইলা।
শ্রীবৎস বুলিবে লৈলা॥
অতি মূঢ়মতি আমি।
তুমি ত্রিজগতস্বামী॥
ত্রিভুবনে পূজ্য তুমি।
আগে নিচিনিলো আমি॥
গ্রহরূপী জনার্দ্দন।
আমি অতি মূঢ়জন॥
করিলো বিষম দোষ।
ক্ষেমা প্রভো অসন্তোষ॥

এবে মোক ক্ষমিয়োক ।
মনে ক্ৰোধ এৰিয়োক ॥
ক্ষমা ভিক্ষা মাগোঁ আমি ।
দান্তে তৃণ ধৰি স্বামী ॥
দয়া কৰি দিয়া বৰ ।
দেব দেব শনৈশ্চৰ ॥
এহিবুলি দণ্ডৱতে ।
স্তুতি কৰি নানামতে ॥
শ্ৰীবৎস নিমাত ভৈলা ।
শনি বুলিবাক লৈলা ॥
শুনিও শ্ৰীবৎসৰাজ ।
ঘটিল বিষম কাজ ॥
তুষ্ট ভৈলোঁ তযু প্ৰতি ।
শুনা আবে মহামতি ॥
পূজি মোক নিৰন্তৰ ।
সুখে থাকা নৰবৰ ॥
দুই ভাৰ্য্যা লৈয়া সঙ্গে ।
স্বস্থানে চলিও ৰঙ্গে ॥
হুয়া একচ্ছত্ৰী ৰাজা ।
পালিও যতেক প্ৰজা ॥
দশ হাজাৰ বছৰ ।
থাকা সুখে নৰবৰ ॥

শত পুত্ৰ লাভ হৈবে ।
আউৰ দুই কন্যা পাইবে ॥
অন্তকালে মহামানী ।
হুইবা বৈকুণ্ঠ গামী ॥
বাদ কৰি মোৰ সঙ্গে ।
ইটো বৰ পাইলা ৰঙ্গে ॥
অপূৰ্ব্ব কাহিনী ইটো ।
তযু নাম লৈবে যিটো ॥
ঘুছিবে মনৰ ব্যথা ।
শুনিও স্বৰূপ কথা ॥
এহিমতে দিয়া বৰ ।
গ্ৰহৰাজ শনৈশ্চৰ ॥
শেষে অন্তৰ্দ্ধান ভৈলা ।
বৈকুণ্ঠে চলিয়া গৈলা ॥
ব্যাস দেৱ বিৰচিত ।
বন পৰ্ব্বে প্ৰকাশিত ॥
শ্ৰীবৎস ৰাজাৰ কথা ।
শুনি এৰা ভৱ ব্যথা ॥
শিৱ পদ চিন্তি মনে ।
ৰচে দীনহীন জনে ॥

---

## শ্ৰীবৎসৰ নিজ ৰাজ্যালৈ গমন ।

### পদ

কৃষ্ণক সম্বোধি বোলে ধৰ্ম্ম নৰপতি ।
তাত পাছে কি কৰিলা শ্ৰীবৎস নৃপতি ॥
শুনিবাক লাগি প্ৰভো ইচ্ছা ভৈল ।
স্বৰূপ কহিয়া কথা কহ দামোদৰ ॥
কৃষ্ণ নিগদতি শুনা ধৰ্ম্ম নৰমণি ।
বৰ দিয়া বৈকুণ্ঠক চলি গৈলা শনি ॥
বাহু নৃপতিৰ ৰাজ্যে আনন্দ মিলিলা ।
বিবিধ উৎসৱ তেতে সমাৰোহে ভৈলা ॥
নানাবিধ বাদ্যে ৰাজ্য ভৈলা মুখৰিত ।
ক্ৰীয়া মহোৎসৱ আদি পাতিলা ৰাজ্যত ॥
অস্ত্ৰবিদ্যা ইন্দ্ৰজাল বিদ্যা আদি কৰি ।
চমক লগায়ে দেখাই যত নৰ নাৰী ॥
উত্তম বসন পিন্ধি যত প্ৰজাগণ ।
উৎসৱ ক্ৰীয়াত ভৈলা আনন্দে মগন ॥
নানাস্থানে ভক্ষ্য ভোজ্য ভৈল আয়োজন ।
নানাস্থানে ভৈল তেত ব্ৰাহ্মণ ভোজন ॥
যত নগৰীয়ালোক জানিতে পাৰিল ।
মালিনী গৃহত ৰাজা শ্ৰীবৎস আছিল ॥
প্ৰশংসা কৰিল সবে বাহু নৃপতিক ।
বুলিলন্ত ধন্য ধন্য ভদ্ৰাৰ ভাগ্যক ॥

এহিমতে কতোদিন গৈলন্ত বহিয়া ।
কটাইলা শ্ৰীবৎস কাল সুখক ভুঞ্জিয়া ॥
একদিনা যেড়হাতে শ্ৰীবৎস ৰাজন ।
শ্বশুৰৰ আগে কহে কৰি নিবেদন ॥
আজ্ঞা দিয়া মহাৰায় নিজ দেশে যাওঁ ।
জ্ঞাতি বন্ধু প্ৰজাসব প্ৰাণ ভৰি চাওঁ ॥
হেনশুনি দুঃখ চিত্তে বোলে বাহু ৰাজা ।
এহি ৰাজ্যে থাকি শেষে হৈও বাপু ৰাজা ॥
যাইবাক নলাগে বাপু প্ৰাগদেশ ৰাজ্য ।
ই ৰাজ্যত ৰাজা হুয়া সাধা মোৰ কাৰ্য্য ॥
শুনিয়া বুলিবে লৈলা শ্ৰীবৎস ৰাজন ।
নিদিয়ো ৰাজন মোক বাধা অকাৰণ ॥
নিজ ৰাজ্যে যাইবো আজি এহ মোৰ বাক ।
শুনি বাহুৰাজা আজ্ঞা দিলা সাৰথিক ॥
বুলিলন্ত বাহুৰাজা সৈন্য সব চাইয়া ।
জামাতাৰ সঙ্গে সবে চলিও সাজিয়া ॥
হেনশুনি বুলিলন্ত শ্ৰীবৎস ৰাজন ।
সৈন্য ঘোৰা হাতী আদি নাহি প্ৰয়োজন ॥
দক্ষিণ সমুদ্ৰ তীৰে আমাৰ বসতি ।
যাইবাক নপাৰে তৈত সৈন্য ঘোৰা হাতী ॥
তাত পাছে শ্ৰীবৎস নৃপতি মহামতি ।
তাল বেতালক স্মৰিলন্ত শীঘ্ৰগতি ॥

তেতিক্ষণে দুয়ো আসি উপস্থিত ভৈলা ।
শ্ৰীবৎস নৃপতি পাছে আদেশ কৰিলা ॥
পৰম বিপদ বন্ধু তোৰা দুইজন ।
নিজ ৰাজ্যে লৈও মোক এহি নিবেদন ॥
চিন্তা ভদ্ৰা দুয়ো আসি উঠিলা ৰথত ।
বেতাল ডাকিলা ৰথ আকাশ পথত ॥
ৰথৰ চূড়াত বসি তাল মতিমান ।
শ্ৰীবৎস ৰাজাক দেখাই যান্ত নানাস্থান ॥
সুৰভি আশ্ৰম আউৰ কাঠুৰিয়া গ্ৰাম ।
পোৰা মাছ হৰিলেক শনি যিটো স্থান ॥
ভগ্ন নৌকা লৈয়া শনি আসিয়া যিঠাই ।
কাথা ধন আদি হৰি নিলা সমুদায় ॥
একে একে তাল দেখাইলেক সবস্থান ।
শেষে নিজ ৰাজ্য পাইলা শ্ৰীবৎস ৰাজন ॥
নামিলা ৰথৰ হন্তে শ্ৰীবৎস নৃপতি ।
দুই ৰাণী সঙ্গে কৰি চলে শীঘ্ৰ গতি ॥
ৰাজ আগমন শুনি যত প্ৰজাগণ ।
হৰিষে ভৈলন্ত সবে আনন্দে মগন ॥
পাত্ৰ মিত্ৰ গণ আসি কৰিলেক পূজা ।
বিধিমতে ভুনাই শ্ৰীবৎস ভৈল ৰাজা ॥
বহুকাল মহাসুখে ৰাজ্য পালিলন্ত ।
ৰাজসূয় অশ্বমেধ আদি যজ্ঞ যত ॥

দান ধৰ্ম্ম আচৰিলা শ্ৰীবৎস ধীমান।
সাধিলা সবাৰো ৰাজা অশেষ কল্যান ॥
ৰাজাৰ ঔৰষে দুই ৰাণীৰ গৰ্ভত।
শতপুত্ৰ আউৰ দুই কন্যা ভৈলা জাত ॥
অনন্তৰে অন্তকালে পৰম কৌতুকে।
দুইৰাণী সঙ্গে ৰাজা গৈলা বিষ্ণুলোকে ॥
অমৃত সমান ইটো শ্ৰীবৎস কাহিনী।
তোমাত কহিলোঁ যুধিষ্ঠিৰ মহামানী ॥
অতএব শুনা ৰাজা স্থিৰ কৰি মন।
দৈবাধীন সৰ্ব্বা লাক জানিও ৰাজন ॥
ইহেন কাৰণে শোক অতি অকাৰণ।
স্থিৰ চিত্তে হৈ যা ৰাজা ধৰ্ম্মত শৰণ ॥
পৰম পৱিত্ৰ ইটো শ্ৰীবৎস চৰিত্ৰ।
পৰম সম্পদ ও ৰ শনিৰ মাহাত্ম্য ॥
ভক্তি ভাৱে পা ঢ কিম্বা শুনে যেইজন।
তাৰ প্ৰতি শনি তুষ্ট থাকে অনুক্ষণ।
পৰম পৱিত্ৰ হয় সেই সাধুজন।
পাপ বিঘ্ন যত তাৰ হয় বিনাশন ॥
শাস্ত্ৰৰ বচন ইটো জানা সাৰ কৰি।
দীন জনে ৰচে শিৱ পাদপদ্ম স্মৰি ॥

— ০:০:০ —

[মহাভাৰতৰ বনপৰ্ব্বত শ্ৰীকৃষ্ণোক্ত শ্ৰীবৎস উপাখ্যান সমাপ্ত। ]

# শনিৰ মাহাত্ম্য

**পদ**

শুনিওক সভাসদ শনিৰ মাহাত্ম্য ।
পাপ বিঘ্ন বিনাশক পৰম পৱিত্ৰ ॥
ছায়াৰ গৰ্ভত জাত ৰ'বিৰ নন্দন ।
শনৈশ্চৰ নাম যাৰ খ্যাত ত্ৰিভুবন ॥
পৰম তত্ত্বজ্ঞ শনি সংসাৰ ভিতৰে ।
গ্ৰহৰূপী জনাৰ্দ্দন জানে চৰাচৰে ॥
যদ্যপি সদয় হয় কোনো জন প্ৰতি ।
মহাভাগ্যশালী হয় সেই মহামতি ॥
ধৰ্ম্ম ধন পুত্ৰ যশ লভে সেইজন ।
সমস্ত কামনা তাৰ কৰয় পূৰণ ॥
কিন্তু যদি কদাপিতো কৰে কোপ দৃষ্টি ।
কটাক্ষতে নষ্ট কৰিবাক পাৰে সৃষ্টি ॥
শনৈশ্চৰ প্ৰতিকূল হয় যিজনৰ ।
কদাপি নাথাকে সীমা তাৰ দুৰ্ভাগ্যৰ ॥
বৈকুণ্ঠ নিবাসী বিষ্ণু গুৰু বৃহস্পতি ।
ৰঘুকুলমনি ৰাম শ্ৰীবৎস সুমতি ॥
শনি কোপানলে পৰি ভুঞ্জিলা দুৰ্গতি ।
হেনজানি শনিৰ চৰণে ৰাখা মতি ॥
শনিবাৰে সুসংযত থাকি যিটো জনা ।
শনি-স্তৱ কৰি কৰে শনিৰ অৰ্চ্চনা ॥

শনি সংক্রমণ কালে যিটো সাধু নৰে।
ভক্তিভাৱে শনিৰ চৰিত্র পাঠ কৰে॥
শনি পাঠ কৰি যিটো মাহাত্ম্য পঢ়য়।
অথবা ভকতি ভাৱে শ্রৱণ কৰয়॥
কদাপি শনিৰ দোষ নঘটয় তাৰ।
শাস্ত্রৰ বচন ইটো জানিবাহা সাৰ॥
সংসাৰে দুৰ্দ্দশাগ্রস্ত হয় যিটো জন।
জ্ঞাতি বন্ধু ইষ্ট-মিত্র কৰি নিমন্ত্রণ॥
গোটাইবেক ভক্ষ্য ভোজ্য শক্তি অনুসাৰে।
শনিৰ চৰিত্র পঢ়াইবেক শনিবাৰে॥
একান্ত ভকতি চিত্তে কৰিবে শ্রৱণ।
শনিৰ মাহাত্ম্য শুনিবেক দিয়া মন॥
খণ্ডিবে দুৰ্গতি পাইবে পৰম সম্পদ।
নঘটিবে কোনো কালে দুস্তৰ বিপদ॥
শাস্ত্রৰ বচন ইটো নাহিকে সংশয়
শিৱ-পদ স্মৰি দীন অভাজনে কয়॥



# জাননী

এই পুথি সৰ্বাহিয়াকৈ লাগিলে তলৰ ঠিকনাত লিখক -

পুথি বেচোঁতা সকলক শতকৰা ২৫৲ টকা কমিচন দিয়া হব ।

বিনীত—

শ্ৰীকাশী মহন্ত

নচা মাধব ষ্টোৰ

পোঃ নচা

নগাওঁ

১। শেৱালি প্ৰকাশ ভৱন—
কেঞাপট্টি—নগাওঁ অসম

২। লয়াৰ্ছ বুকষ্টল—
পানবজাৰ—গৌহাটী

৩। শঙ্কৰদেৱ লাইব্ৰেৰী—
পান বজাৰ—গৌহাটী

৪। শৰ্ম্মা এজেঞ্চি—
ফুলগুৰী

৫। সম্ভু এজেঞ্চি—
গেদাবৰাড়ি, বেবেজীয়া

৬। ষ্টুডেণ্ট ষ্টোৰ—
চাকাইপট্টি, নগাওঁ অসম

---

নগাওঁ শেৱালি প্ৰেছত, শ্ৰীকাঁহেশ্বৰ নাথৰ দ্বাৰা ছপা কৰা হল ।